গুৱাহাটী বিশ্ববিদ্যালয় লোক-সাহিত্য গৱেষণা বিভাগ
গ্রন্থমালা, সংখ্যা ২

# অসমীয়া
# জিকিৰ আৰু জাৰী

চৈয়দ আবদুল মালিক, এম্. এ.
সংগ্রাহক আৰু সম্পাদক

প্রথম সংস্কৰণ

১৯৫৮




গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী, অসম

PRINTED BY K. C. PAL AT NABAJIBAN PRESS, 66 GREY STREET,
CALCUTTA-6.

GAUHATI UNIVERSITY
DEPARTMENT OF TRIBAL CULTURE AND FOLK-LORE RESEARCH
PUBLICATION NO. 2

# ASAMIYA
# ZIKIR ARU JARI

*Collected and Edited by*

SYED ABDUL MALIK, M.A.

*With a Foreword by*

DR. S. K. BHUYAN,
M.A., B.L., PH.D. (Lond.), D.LITT. (Lond.)
*Vice-Chancellor, University of Gauhati.*

FIRST EDITION

1958

**GAUHATI UNIVERSITY**
**GAUHATI : ASSAM**

# সূচী

# FOREWORD

The Zikirs are devotional songs handed down from generation to generation amongst Assamese Muslims. They embody the teachings of Islam, and are couched in the language and pattern of Assamese Vaisnava poetry. The songs aim at the glorification of Allah or God, and at the inculcation of those human attributes and graces which bring peace to the soul and establish harmony between man and man. They are sung even now, and the audiences never fail to be moved by the contents of the songs, the melody of the tunes, and the simplicity of the diction. In fact, the Zikirs have succeeded in preserving and disseminating the true significance of Islam amongst the Muslim masses of Assam, both lettered and unlettered.

Most of the Zikirs were composed by a great Muslim saint named Shah Milan, popularly known as Azan Faquir. The period of his activity began about the thirties of the seventeenth century A.D. As his object was to stabilise Islam he had to point out the unorthodox deviations from the main principles and practices, such transgressions being prevalent amongst Assamese Muslims who lived far away from their co-religionists of Northern India. Azan Faquir could not escape the opposition and hostility which fall to the lot of every reforming prophet. His activities were misrepresented to the king of Assam, and his two eyeballs were extracted which regrettable misfortune is elaborately described in the Zikirs themselves. It was in the reign of Swargadeo Gadadhar Singha, 1681-1696 A.D., that people realised the greatness of Azan Faquir's spiritual powers. The monarch became satisfied, rehabilitated the saint by granting him lands and servitors to enable him to pursue his mission with ease and comfort. This fact of incarceration followed by royal patronage is recorded in an old unpublished Assamese Buranji or Chronicle.

The Zikirs have been published in a piecemeal form in Assamese magazines and anthologies. But a complete and exhaustive collection has long remained a desideratum. The task of making a collection was entrusted by the Tribal and

Folklore Research Department of Gauhati University to Shri Saiyid Abdul Malik, M.A., Professor of Assamese at the J. B. College, Jorhat. Shri Malik has explored all possible sources, and has succeeded in collecting all the extant Zikirs from different persons. He has also furnished a well-informed introduction in which he has set forth the historical, literary and religious background, and indicated the place of the Zikirs in the devotional literature of the Assamese people.

The publication of the Zikirs is a prelude to the publication of similar collections of the folk-literature of Assam which is so very rich in its variety, and appealing in its substance, and attractive in its language and form.

GAUHATI, ASSAM.
*The 1st December, 1958.*

S. K. BHUYAN,
VICE-CHANCELLOR,
*Gauhati University.*

# আগ কথা

হজৰত আজান পীড় প্ৰমুখ্যে অসমীয়া ধৰ্ম্মাত্মা মুছলমান গুৰুসকলে ৰচনা কৰা জিকিৰ আদি গীতি-ৰচনাবোৰ তিনি চাৰি শ বছৰ ধৰি অসমীয়া গাৱঁলীয়া মুছলমানৰ মুখে মুখে পুৰুষ-পৰম্পৰায় চলি আহিছে। ৰাজনৈতিক আৰু সামাজিক নানা উথান-পতন, দুৰ্য্যোগ-দুৰ্দ্দশাৰ মাজেদি পাৰ হৈ অহা সত্বেও গাৱঁৰ নিৰক্ষৰ আৰু ধৰ্ম্মভীৰু মুছলমানসকলে এই ৰচনাবোৰকে ধৰ্ম্মৰ বাণী বুলি মানি লৈ সেইবোৰক তত্ত্বকথাৰ সম্মান দি কণ্ঠস্থ কৰি ৰাখিছে। কিন্তু এই গীতি-ৰচনাবোৰ লিখিতভাবে সংৰক্ষণ কৰাৰ প্ৰথা নথকাৰ কাৰণে, বহুত ৰচনা কালক্ৰমত লোপ পালে, কিছুমানৰ বহুতো বিকৃতি ঘটিল, আৰু কিছুমানে অন্যান্য গীত-মাতৰ লগত সান-মিহলি হৈ নিজস্বতা হেৰুৱালে। নিৰক্ষৰ গাৱঁলীয়া মুছলমানে এই ৰচনাবোৰ এতিয়াও বুকুত সাবটি ৰখাৰ মূলতে দুটা কথাই সহায় কৰা যেন লাগে :—

(১) এই ৰচনাবোৰৰ বিচিত্ৰ জতুৱা সুৰ, যাৰ এটা জনপ্ৰিয় আকৰ্ষণ আছে।

(২) গীতবোৰৰ জীৱন-মৰণ, নীতি আদি সম্পৰ্কীয় সৰবৰহী সৰল ভাষাত ৰচনা কৰা মনোগ্ৰাহী আবেদন।

দেখা গৈছে যে ৰচনাবোৰৰ কথাৰ বিকৃতি যিমান আৰু যিদৰে ঘটিছে, সুৰ-তালৰ বিকৃতি সিমান ঘটা নাই। এইটো অৱশ্যে জনপ্ৰিয় লৌকিক গীতৰ সুৰৰ এটা স্বাভাৱিক ধৰ্ম্ম।

অসমীয়া মুছলমানে ৰচনা কৰা গীত-পদ আদিয়ে কেতিয়াবা লিখিত ৰূপ পাইছিল নে নাই জনা নেযায়। কোনোৱে কিছুমান অসমীয়া জিকিৰ-জাৰী ফাৰ্চী আখৰেৰে আগৰ কোনো কোনো মুছলমান লোকে লিখি ৰাখিছিল বুলি কয়। সেই সূত্ৰ ধৰি কেইবা ঠাইতো অনুসন্ধান কৰা হল, কিন্তু তেনে ধৰণৰ লিখা ক'তো এতিয়াও উদ্ধাৰ কৰিব পৰা নগল। কোনো কোনোৱে শিৱসাগৰ মহকুমাৰ দুই এক গাৱঁত আহোম আখৰত এই জিকিৰ আদি লিখা পুথি আছে বুলি কয়। অনুসন্ধান কৰি তেনে পুথিৰো কোনো সন্ধেদ এতিয়াও পোৱা নগল।

অকল আজান চাহেবেই আঠ কুৰি জিকিৰ ৰচনা কৰিছিল বুলি কোৱা হয়। তেখেতৰ উপৰিও চান্দখাঁ (চান্দসাই), ছেখ ফৰীদ, মুনীয়া দেৱান, বান্দৰ ফকীৰ, মজনুদিল ফকীৰ, চৈয়দ মৰতোজা, গোলাম হুছেইন, বেথাই গুৱাল, হৰিদাস কুমাৰ আদিয়ে ৰচনা কৰা জিকিৰ, গীত আদি পোৱা গৈছে। কিছুমান ৰচনাৰ শেষত ৰচকৰ নাম নথকাৰ কাৰণে, সেইবোৰ কাৰ ৰচনা জানিবৰ উপায় নাই, কেৱল বিষয়-বস্তু আৰু ছন্দ আদিৰ পৰা ৰচকৰ সম্পৰ্কে কিছু অনুমান কৰিব পাৰি।

লিখিতভাৱে জিকিৰ আদি সংৰক্ষণৰ চেষ্টা পোন প্ৰথমে যোৰহাটৰ মৰহুম মৌলবী চৈয়দ আবদুল হক চাহাবে তেখেতৰ দ্বাৰা ৰচিত আৰু প্ৰকাশিত পুথি 'মিশ্বাহুল ইছলাম'ত অলপ কৰিছিল। কিন্তু তাত মাত্ৰ আজান চাহেবৰ আৰ্য্যাহে সন্নিবিষ্ট কৰা হৈছিল।

যোৰহাটৰ 'অসমীয়া মৌলুদ'ৰ ৰচক মৰহুম মৌলবী নাজিৰ হুছেইন চাহেবে মজনুদিল ফকীৰ আৰু অন্য দুই এজনৰ কিছু গীত ৰচনা সংগ্ৰহ কৰিছিল। তাৰ যি কেইটা পোৱা গ'ল, সেই কেইটা এই সংগ্ৰহত দিয়া হৈছে।

যোৰহাট গৰ্ভৰ্ণমেণ্ট হাইস্কুলৰ ভূতপূৰ্ব্ব হেড্‌মাষ্টৰ মৌলবী জেহিৰুদ্দিন আহম্মদ চাহেবৰ হাতত প্ৰায় ৮০।৯০ বছৰ মানৰ আগতে তেখেতৰ কোনো সম্পৰ্কীয় পুৰুষে সংগ্ৰহ কৰি লিখি থোৱা এখন বহী উদ্ধাৰ হৈছে। কিন্তু এই বহীৰ প্ৰথম ২৬ খিলা পাত নাই। বাকী তাত থকা জিকিৰবোৰ এই সংগ্ৰহত সন্নিবিষ্ট কৰা হৈছে।

১৯৩০।৩১ চনত অসম সাহিত্য সভাই অসমীয়া জিকিৰ, মৰ্চিয়া আদি সংগ্ৰহৰ কাৰণে ৫০৲ টকীয়া পুৰস্কাৰ ঘোষণা কৰিছিল। ইয়াৰ ফলত কিবা সংগ্ৰহ হৈছিল যদিও জনা নেযায়।

'আৱাহন'ত স্বৰ্গীয় ক্ষেত্ৰধৰ বৰগোহাঁইয়ে ভালেকেটামান জিকিৰ সংগ্ৰহ কৰি, টোকা আদি সহ প্ৰবন্ধাকাৰে প্ৰকাশ কৰিছিল।

এই প্ৰচেষ্টা জিকিৰ সংগ্ৰহ আৰু সেই সম্পৰ্কে আলোচনাৰ প্ৰথম পদক্ষেপ। এইবাবে অসমীয়া ৰাইজ আৰু সাহিত্যানুৰাগী লোকসকলে বৰগোহাঁই ডাঙৰীয়াক কৃতজ্ঞতাৰে সুঁৱৰিব।

মোহম্মদ মুহিবুল্লা (ই. এ. চি.) চাহেবেও কিছু জিকিৰ সংগ্ৰহ কৰি আৱাহন আৰু বাঁহীত প্ৰকাশ কৰিছিল।

বৰ্ত্তমান যোৰহাট গৰ্ভৰ্ণমেণ্ট হাইস্কুলৰ শিক্ষক মৌলবী চৈয়দ ৰছিদ



আহমদে আজি পোন্ধৰ-ষোল বছৰৰ আগতে কিছু জিকিৰ-জাৰী সংগ্ৰহ কৰিছিল। তাৰো কেইটামান জিকিৰ ইয়াত দিয়া হৈছে। (এই সংগ্ৰহ তেখেতে নিজে প্ৰকাশ কৰাৰ কাৰণে চেষ্টাও কৰিছিল বুলি জনা যায়।)

শ্ৰীফণীন্দ্ৰনাথ বৰুৱাই তেখেতৰ 'প্ৰাচীন অসমীয়া গীত সংকলন' নামৰ পুথিত কেইটামান জিকিৰ প্ৰকাশ কৰিছিল।

এই সকলৰ উপৰিও চৈয়দ ইকৰাম হুচেইন, শ্ৰীযতিনাৰায়ণ শৰ্ম্মা, অধ্যাপক মজহৰুল ইচলাম, মুহিবোৰ ৰহমান আদিয়ে জিকিৰ সংগ্ৰহ কৰি বা সেই বিষয়ে প্ৰবন্ধ লিখি বিভিন্ন আলোচনীত প্ৰকাশ কৰিছে।

ইতিমধ্যে ১৯৫২ চনত শৰাগুৰি চাপৰিত আজান চাহেবৰ দৰ্গাহ (সমাধি ক্ষেত্ৰ) আছে বুলি শিৱসাগৰ জিলাৰ বিভিন্ন ঠাইৰ মানুহৰ ধাৰণা হোৱাত, প্ৰতি বছৰে শই শই মুছলমানে শৰাগুৰি চাপৰিত সমবেত হৈ জিয়াৰত (দৰ্শন), উৰুচ আদি কৰিব ধৰিছে। ইয়াৰ ফল স্বৰূপে এই পীড় গৰাকীৰ জীৱন, কাৰ্য্য, ৰচনা আদি সম্পৰ্কে মানুহৰ আগ্ৰহ স্বাভাৱিকতে বাঢ়িছে। এই ক্ষেত্ৰত শিৱসাগৰৰ মৌলবী মুহিবোল হুছেইনৰ অধ্যৱসায় আৰু একাগ্ৰতা প্ৰশংসনীয়; তেখেতে ভালেখিনি জিকিৰ আদি সংগ্ৰহ কৰি দুটা খণ্ডত, আৱশ্যকীয় পাতনি সহ পুথি আকাৰে প্ৰকাশ কৰিছে; লগতে আজান পীড় চাহেবৰ সম্পৰ্কে তথ্যানুসন্ধানৰ চেষ্টা কৰিছে। তেখেতৰ উদ্যম অসমীয়া জন-সাহিত্যৰ প্ৰেমিক সকলৰ প্ৰতি আদৰ্শৰ বস্তু।

১৯৫৫ চনত অসম সাহিত্য সভাৰ কাৰ্য্যকৰী সমিতিয়ে বৰ্ত্তমান সংগ্ৰাহকৰ ওপৰত জিকিৰ আদি সংগ্ৰহ আৰু সম্পাদন কৰাৰ ভাৰ অৰ্পণ কৰে। এই কামত হাত দি কিছু আগবঢ়াৰ পিচত গুৱাহাটী বিশ্ববিদ্যালয়ৰ Folklore Research Scheme-অৰ অধীনত কেইবামাহো যথাশক্তি অসমৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰি ভালেখিনি অসমীয়া মুছলমান ৰচকে ৰচনা কৰা গীত-আদি সংগ্ৰহ কৰা হয়। লগে লগে এই ৰচনাবোৰৰ সম্পৰ্কে কিছু তথ্য-পাতি সংগ্ৰহৰ কাৰণে সংশ্লিষ্ট অন্য ভাষাৰ পুথি আদি অধ্যয়ন কৰা হয়। কিন্তু অসমৰ প্ৰকাশিত কোনো বুৰঞ্জী, চৰিত পুথি বা অন্যান্য পুথি, বঙলা ভাষাৰ ইতিহাস আদি বা সংশ্লিষ্ট ইংৰাজী পুথিৰপৰা কোনো প্ৰকাৰৰ উল্লেখযোগ্য সহায় পোৱা নগল। অৱশেষে এই ভ্ৰমণৰ যোগেদি আজান পীড় চাহেব, খোন্দকাৰ পীড় চাহেব আদিৰ পূৰ্ণ বংশাৱলী আদি উদ্ধাৰ কৰা হল। এই বংশাৱলীবোৰে আজান পীড় আদিৰ বিষয়ে যথেষ্ট ঐতিহাসিক সম্বলৰ যোগান ধৰিছে।

কিন্তু মাত্র কেইমাহমানৰ ভিতৰত অসমৰ সকলো মুছলমান গাওঁ ঘূৰি, তাৰ মানুহৰ মুখৰপৰা, 'লিখা-নিষিদ্ধ' এই গীত আদি সংগ্রহ কৰি অনা সহজসাধ্য নহয়। বহু গাৱঁত আগৰ যি সকল বুঢ়াই এইবোৰ জানিছিল আৰু গাইছিল, তেওঁলোকৰ মৃত্যু হৈছে ; তেওঁলোকৰ লৰা-ছোৱালীয়ে সেইবোৰ লিখি থোৱাৰ কোনো প্রয়োজন বোধ নকৰিলে।

তদুপৰি এই জিকিৰ আদি গাই যাওঁতেই লগে লগে লিখি থোৱাৰ বাহিৰে উপায় নাই। এনে কৰাৰ ফলত কেতিয়াবা লিখোঁতে ভুল হোৱা অসম্ভৱ নহয়। কোনো কোনো গায়কে যি গায়, তাৰ শব্দাৰ্থ আদি বিচাৰি পোৱা নেযায়, আৰু সুধিলে সেইবোৰ 'মাৰিফতি' ( গুপ্ততত্ত্ব ) কথা বুলি কয়। আমাৰো শুধৰাবৰ কোনো অধিকাৰ নাই।

এইবোৰ কাৰণত, তদুপৰি এনেধৰণৰ কামত হাত দিয়া এয়ে প্রথম প্রচেষ্টা কাৰণে, নানা ত্রুটি-বিচ্যুতি হৈ যোৱা স্বাভাৱিক। এই অক্ষমতাৰ কাৰণে সহৃদয় ৰাইজৰ ওচৰত ক্ষমা ভিক্ষা কৰাৰ বাহিৰে গত্যন্তৰ নাই।

প্ৰতিটো জিকিৰ বা গীতৰ সুকীয়া সুকীয়া আলোচনাৰ চেষ্টা এই সংগ্রহত কৰা হোৱা নাই। তেনে কৰিবৰ ক্ষেত্ৰ আৰু প্ৰয়োজন আছে। সেই কামৰ কাৰণে চুফী দৰ্শন, ফাৰ্চী চুফী কবিসকলৰ কবিতা, কোৰাণ, হদিচ আদিৰ অধ্যয়ন, অসমীয়া বৈষ্ণৱ কাব্য-সাহিত্য আৰু চিন্তাধাৰাৰ আলোচনা, অসম, বঙ্গ আৰু উত্তৰ ভাৰতৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আৰু সাহিত্যৰ ইতিহাসৰ গভীৰ আৰু তুলনামূলক অধ্যয়নৰ প্ৰয়োজন হব। 'অসম আৰু মুছলমানৰ সম্পৰ্ক'ৰ বিষয়েও অনুসন্ধান কৰিবলগীয়া বহুত কথা আছে। সেয়ে নহয় মানে অসমৰ ইতিহাসৰ পূৰ্ণাঙ্গ ছবি আমি নেপাওঁ।

এই সংগ্রহত সন্নিবিষ্ট কৰা ৰচনাবোৰ এজন কবিৰ নহয় আৰু আটাইবোৰ জিকিৰো নহয়। সেই দেখি এই সংগ্ৰহৰ নাম 'আজান ফকীৰ' অথবা জিকিৰ বুলিবলৈ অসুবিধা হয়। আনহাতে অধ্যাপক সুকুমাৰ সেনৰ দৰে 'ইস্‌লামি বাংলা সাহিত্যৰ' অনুকৰণত 'ইচ্‌লামী অসমীয়া সাহিত্য' বুলিলেও কিছু আসোৱাঁহ হৈ যায়। সেই দেখি এই সংগ্ৰহক 'অসমীয়া জিকিৰ আৰু জাৰী' বোলা হ'ল। কিন্তু সন্নিবিষ্ট সকলো ৰচনা জিকিৰ আৰু জাৰী নহয় ; আন প্ৰকাৰৰ গীতো আছে।

আমি আশা কৰোঁ অত দিনে প্ৰাচীন অসমীয়া সাহিত্যৰ ভঁড়াললৈ অসমীয়া মুছলমানসকলৰ দান একেবাৰেই নাই বা তুচ্ছ বুলি যি ধাৰণা চলি আহিছিল, এই সংগ্ৰহ প্ৰকাশৰ ফলত সেই ধাৰণা আঁতৰিব আৰু অসমৰ



জাতীয়, সাংস্কৃতিক জীৱনত যে অসমীয়া মুছলমানসকলে সদায়েই সাধ্যানুসৰি নিজৰ বৰঙনি ফেৰা আগবঢ়াই আহিছে সেই কথা প্ৰমাণ হব।

হাজোত চুলতান গিয়াছুদ্দিন আউলিয়াৰ দৰ্গাহ আছে। তাৰ চৈয়দসকলে নিজক 'আদম গুৰু'ৰ মুৰিদ বা শিষ্য বুলি কয়। দুখৰমান নবী-ঘৰীয়া দেৱানো আছে বুলি জনা যায়। কিন্তু হায়দৰ গাজীৰ গীতৰ বাহিৰে অন্য বিশেষ জাৰি-জিকিৰ তেওঁলোকৰ মাজত বৰ্ত্তমান প্ৰচলিত নাই। বহুতে বঙলা বাউলক জিকিৰ বুলি গায়। এই সংগ্ৰহত হায়দৰ গাজীৰ গীত অলপ দিয়া হৈছে। অসমীয়া দেহবিচাৰ আৰু অন্যান্য গীতৰ দুই-চাৰি শাৰী এই জিকিৰ-গীতৰ মাজত সোমাই পৰিছে। আমি সেইবোৰ গায়কৰ মুখত শুনাৰ দৰেই তুলি দিছো। বিচাৰি উলিয়াই বাদ দিবৰ চেষ্টা কৰা নাই।

আমাৰ এই সংগ্ৰহ আংশিক আৰু অসম্পূৰ্ণ। সদৌ অসমৰ মুছলমানৰ মাজত আৰু বহুত জাৰী-জিকিৰ সিঁচৰিত হৈ আছে। সেইবোৰ উদ্ধাৰ কৰাৰ সময় অতীত হৈ গৈছে। এতিয়াই সেইবোৰ উদ্ধাৰ নকৰিলে, চিৰদিনৰ কাৰণে লোপ পাব। গুৱাহাটী বিশ্ববিদ্যালয়, অসমৰ সঙ্গীত নাটক একাডেমি আদি অনুষ্ঠানে এইবোৰ উদ্ধাৰৰ দায়িত্ব লব পাৰে।

জিকিৰ-জাৰী সম্পৰ্কীয় যিবোৰ মতামত বা সিদ্ধান্ত ইয়াত দাঙি ধৰা হৈছে, সেইবোৰ আমাৰ নিজা। গতিকে তাত ভুল-ভ্ৰান্তি হোৱা স্বাভাৱিক আৰু প্ৰাপ্ত ৰচনাবোৰৰ ভিত্তিত কোনো সদাশয়ে অন্য মত আৰু সিদ্ধান্তও দাঙি ধৰিব পাৰে। যুক্তিযুক্ত হলে সেইবোৰ সম্পাদকে কৃতজ্ঞতাৰে গ্ৰহণ কৰি নিজৰ ভুল মানি লব।

এই ৰচনাবোৰে অসমীয়া সাহিত্যৰ বিচিত্ৰ মঞ্চত নিজে গা দেখা দি ৰাইজৰ দৃষ্টি আৰু মৰম লাভ কৰিলে, ইয়াৰ প্ৰকাশৰ উদ্দেশ্য সফল হব।

**কৃতজ্ঞতা স্বীকাৰ**—জিকিৰ আৰু জাৰীৰ এই সংকলন যুগুত কৰোঁতে বহুত সদাশয় লোকৰ সহায়-সহানুভূতি আৰু পৰামৰ্শ আদি পাইছিলো। নগাওঁ জিলাত আবদুল মতিন, কামৰূপ জিলাত কাজী তমিজুদ্দিন আৰু শিৱসাগৰত চৈয়দ হাচান্ চিস্তীয়ে মোৰ লগে লগে বহুত গাৱঁত ঘূৰি জিকিৰ আদি লিখা কামত আশাতীত সহায় কৰিছিল। তেওঁলোকলৈ কৃতজ্ঞতা জনালো।

'আৱাহন', 'পায়গাম', 'জেউতি' আদি আলোচনীত প্ৰকাশ হোৱা জিকিৰ আৰু সেই সম্পৰ্কীয় প্ৰবন্ধ আদিৰ পৰাও সহায় পোৱা গৈছিল। উক্ত লেখক-সকল আৰু আলোচনীৰ কৰ্ম্মকৰ্ত্তাসকল ধন্যবাদৰ পাত্ৰ।

কেইটামান জিকিৰৰ পাঠ আৰু দুই এটা আৱশ্যকীয় সম্বলৰ যোগান ধৰিছিল মোৰ প্ৰিয় ছাত্ৰ, উদ্যোগী ডেকা মুহিবোৰ ৰহমানে। তেওঁৰ সহায়ৰ কাৰণে তেওঁকো ধন্যবাদ জনালো।

মৌলবী মুহিবোল হুছেইনে প্ৰকাশ কৰা 'হজৰত আজান পীৰ' বোলা সংকলনৰপৰা কেইটামান জিকিৰ এই সংগ্ৰহত দিয়া হৈছে। এইবাবে মৌলবী চাহেবৰ ওচৰত কৃতজ্ঞ থাকিলো।

পীড়ি চিল্‌চিলা, বংশাৱলী আদিৰ যোগান ধৰি বিশেষকৈ আজান চাহেবৰ ঐতিহাসিক পৰিচয় প্ৰস্তুত কৰাত সহায় কৰাৰ বাবে, মৌলবী চৈয়দ জামালুৰ ৰহমান, মৌলবী চৈয়দ আবদুল কুদ্দুচ, মৌলবী চৈয়দ বদিওজ্জামান এম্, এ, এল্, এল, বি, চৈয়দ ইকৰাম আলী বি, এছ, চি, আৰু চৈয়দ হাফিজোৰ ৰহমান কৃতজ্ঞতাৰ পাত্ৰ।

যবে তবে ঠাইৰপৰা লিখি অনা এই জিকিৰ-জাৰীবোৰ ভালকৈ জুকিয়াই মোৰ সৰু ভনী শ্ৰীমতী লিলিয়ে সজাই-পৰাই লিখি উলিয়াই দিয়াৰ কাৰণে মোৰ বহুত সুবিধা হৈছিল। তেৰোঁ ধন্যবাদৰ অকণমান ভাগ পায়।

আজান চাহেব সম্পৰ্কীয় বিবৰণটো গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইচ-চেঞ্চেলাৰ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াই এখন অপ্ৰকাশিত পুৰণি অসম বুৰঞ্জীৰ পৰা উদ্ধাৰ কৰি 'নতুন অসমীয়া'ত প্ৰকাশ কৰিছিল। এই বিবৰণটোৱে আজান চাহেবৰ কাল নিৰ্ণয় কৰাত প্ৰভূত সহায় কৰিছে। ভূঞাদেৱক আন্তৰিক কৃতজ্ঞতা জনালো।

ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ উপদেশ মতে এই সম্পাদন কাৰ্য্য হাতত লোৱা হয়; সকলো প্ৰকাৰৰ বুদ্ধি-পৰামৰ্শ, উৎসাহ-উদ্গনি দি এই সংকলন যুগুত কৰা কামত সহায় কৰা বাবে তেখেতৰ ওচৰত আৰু পাতনিখনিক চূড়ান্ত ৰূপ দিয়াত সাহায্যৰ বাবে ডক্টৰ মহেশ্বৰ নেওগৰ ওচৰত কৃতজ্ঞ থাকিলো। কটন কলেজৰ আৰৱী আৰু ফাৰ্চীভাষাৰ ভূতপূৰ্ব্ব অধ্যাপক এ. এফ. এচ. আহমদে পুথিৰ পাণ্ডুলিপি চকু ফুৰাই দিয়াত তেখেতৰ ওচৰতো আমি ঋণী।

এই লোপ পাবলৈ ধৰা অসমীয়া জিকিৰ-জাৰীখিনি প্ৰকাশ কৰি জাতীয় সাহিত্যক পৰিপুষ্ট আৰু সমৃদ্ধ কৰাৰ কাৰণে গুৱাহাটী বিশ্ববিদ্যালয় সদৌ অসমীয়া ৰাইজৰ ধন্যবাদৰ পাত্ৰ। বিশ্ববিদ্যালয়ৰ প্ৰথম ভাইচ্-চেঞ্চেলাৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱৰ কালতে বিশ্ববিদ্যালয়ৰ লোক-সাহিত্যৰ গৱেষণা



বিভাগৰ কাম সুচাৰুৰূপে আৰম্ভ কৰা হয়। এই প্ৰসঙ্গত তেখেতৰ সোঁৱৰণীও থাকিল।

সদৌ শেষত অসমৰ যিসকল নিৰক্ষৰ ধৰ্ম্মাত্মা অসমীয়া মুছলমানে আজি তিনি চাৰি শ বছৰ ধৰি পুৰুষে পুৰুষে এই লোককাব্য আৰু ধৰ্ম্মগীতবোৰ বুকত বান্ধি ৰাপাটি-সাহোন বুলি আজিও সোণ সামৰা দি সামৰি ৰাখিছে, যাক তেওঁলোকে গূঢ় তত্ত্ব-কথা বুলি আজিও মুকলিকৈ এৰি দিবলৈ অনিচ্ছুক, যাৰ পৰা লিখি লবৰ সময়ত কথা দিয়া হৈছে যে এই জিকিৰ-জাৰীবোৰৰ কোনো ৰকমৰ অপমান নহয়—সেইসকল ভকত, গায়ক, নাচনি আৰু ধৰ্ম্মাত্মালৈ আমাৰ অন্তৰৰ শ্ৰদ্ধা জনালো। অসমীয়া ৰাইজে এই জিকিৰ-জাৰীবোৰৰ প্ৰাপ্য সন্মান দান কৰিলে, তেওঁলোকে অতদিন বুকুত সাঁচি ৰখাৰ সাৰ্থকতা হব আৰু আমাৰো শ্ৰম সাৰ্থক হব।

এই সংগ্ৰহ পূৰ্ণাঙ্গ নহয়, আৰু নিৰ্ভুলো নহয়। কিছুমান বাক্যৰ অৰ্থ আমি নিজেও বিচাৰি উলিয়াব নোৱাৰিলো। কোনো কোনো ঠাইত দুশাৰী এশাৰী নোহোৱা হৈছে, গতিকে ছন্দ-সঙ্গতি নোহোৱা হৈছে। কোনো কোনো ঠাইত একে কেটা শাৰীৰে পুনৰাবৃত্তি আছে। কোনো কোনো জিকিৰত দেহ-বিচাৰ আদি গীতৰ প্ৰক্ষিপ্ত শাৰীও ধৰা পৰা অসম্ভৱ নহয়। কিছুমান আৰবী-ফাৰ্চী শব্দ অসমীয়া ৰূপ লৈ নতুন হৈ পৰিছে। আমি সেইবোৰত হাত ফুৰোৱা নাই।

ইয়াত মাত্ৰ জিকিৰ-জাৰী আদিৰ যথাযথ পাঠ উদ্ধাৰৰ প্ৰথম চেষ্টা কৰা হৈছে। এইবোৰৰ যথাৰ্থ সাহিত্যিক মূল্য নিৰ্ণয়, এইবোৰৰ ভিত্তিত অসমীয়া সাহিত্যত চুফী ভাবধাৰা বা সংশ্লিষ্ট আলোচনা, নাইবা আজান চাহেব আৰু অন্যান্য কবিৰ ধৰ্ম্মাদৰ্শ বা আধ্যাত্মিক সাধনা আদিৰ আলোচনাৰ কোনো চেষ্টা কৰা হোৱা নাই। সি আমাৰ বৰ্ত্তমান আলোচনাৰ পৰিধিৰ বাহিৰত। অসমীয়া লোক-সাহিত্যৰ অঙ্গ হিচাপে মাত্ৰ এই ৰচনাবোৰৰ উদ্ধাৰৰ প্ৰয়াস কৰা হৈছে। এই সীমাবদ্ধতাৰ কাৰণে আমাক যেন দোষাৰোপ কৰা নহয়।

**চৈয়দ আব্দুল মালিক**

# পাতনি

## অসমৰ লগত মুছলমানৰ সম্পৰ্ক

### (১) ৰাজনৈতিক

অসমৰ লগত মুছলমানৰ ৰাজনৈতিক পৰিচয় ঘটিছিল প্ৰধানকৈ সংঘৰ্ষৰ মাজেদি। অসম জয় কৰিবৰ কাৰণে মুছলমান ৰাজশক্তিয়ে বহুবাৰ চেষ্টা কৰিছিল।

একাদশ শতিকাৰ আৰম্ভৰপৰা চাৰি শ বছৰ ব্যাপি চলি থকা মুছলমান আৰু অসমৰ ৰাজশক্তিৰ সজ্ঘৰ্ষৰ বিবৰণৰপৰা এটা কথা দেখা যায় যে ত্ৰয়োদশ শতিকাৰ আগ ভাগতে পূবে যেতিয়া আহোম সকলে অসম অভিযান আৰম্ভ কৰে (১২২৮-২৯), সেই সময়ৰ কিছু পূৰ্ব্বে মুছলমানসকলেও অসমৰ বিৰুদ্ধে অভিযান চলায়। সাময়িকভাবে এইবোৰ সজ্ঘৰ্ষৰপৰা মুছলমানৰ বিশেষ লাভ নহলেও, ত্ৰয়োদশ শতিকাৰপৰা যে অসমত দুই এজনকৈ মুছলমান ৰৈ যায়, সেই কথা অনুমান কৰা কঠিন নহয়। আগৰ কালৰ ৰণত সেনাপতিজনক পৰাস্ত কৰিব পাৰিলেই নেতৃহীন সৈন্যবোৰ ছেদেলি-ভেদেলি হৈ পৰিছিল। তদুপৰি, সেই সময়ত অসম আৰু ভাৰতবৰ্ষৰ অন্যান্য ঠাইৰ লগত যাতায়াত সুগম নাছিল, আৰু সৈন্য হিচাবে অন্যৰ অধীনত অহাটো সম্ভৱ হলেও পৰাস্ত হৈ ভগনীয়া সৈন্য হিছাবে বাট বিচাৰি ঘুৰি যোৱা সিমান সহজসাধ্য নাছিল। সেই দেখি মুছলমানৰ বহুত সৈন্য যে ঘুৰি যাব নোৱাৰি অথবা সহজে আশ্ৰয় পাই, অসমতে ৰৈ গৈছিল সেই কথা সহজতে বুজিব পাৰি।

আৰু যদি অসামৰিকভাৱে পূৰ্ব্বে অহা কোনো মুছলমান অসমত বসবাস কৰি আছিল, সেই বিলাকেও ভগনীয়া মুছলমানবিলাকক আশ্ৰয় দি ৰখা অস্বাভাৱিক নহয়।

এতিয়া প্ৰধান আলোচ্য বিষয়, সংঘৰ্ষমান কালত বা ৰাজনৈতিক বিৰোধৰ কালত যদি অসমত মুছলমান অন্য ঠাইৰপৰা আহি বসতি কৰিছিলহি নাইবা ইয়াৰ থলুৱা মানুহ কোনো কোনোৱে ইচ্‌লামত দীক্ষিত হৈছিলহি তেন্তে অমুছলমান অসমীয়া প্ৰজা-সাধাৰণৰ লগত তেওঁলোকৰ কেনে সম্পৰ্ক আছিল,

ৰাজনৈতিক স্তৰত বিৰোধ চলি থকা কালতো সামাজিক ভাবে অসমীয়া মুছলমান আৰু অমুছলমানৰ মাজত প্ৰীতি-সৌহাৰ্দ্দ্য আছিল নে সজ্ঘৰ্ষ আছিল, এই সম্পৰ্কত সমকালীন অসমৰ সামাজিক আৰু সাংস্কৃতিক ইতিহাসৰ অলপ পৰ্য্যালোচনা কৰাৰ প্ৰয়োজন হব।

## (২) সামাজিক

মুছলমানৰ বিভিন্ন অসম আক্ৰমণৰ সময়ত যুদ্ধ-বন্দী যিবোৰ মুছলমান সৈন্য অসমতে ৰৈ গৈছিল, বা ঘুৰি যাব নোৱাৰি যিবোৰ সাধাৰণ মুছলমান সৈন্য অসমত থাকি গ'ল, তেওঁলোকে আৰু অসামৰিক (যদি আছিল) মুছলমান-বিলাকে অসমতে বিয়া-বাৰু কৰাই ৰৈ গৈছিল। এওঁলোকে নিশ্চয় ৰজা, ৰাজ-বিষয়া অথবা ব্ৰাহ্মণ্য ধৰ্ম্মৰ নৈষ্ঠিক প্ৰৱৰ্ত্তক আদিৰ ওচৰ চাপিবলৈ সাহ নকৰিছিল আৰু জন-জাতীয় লোক আৰু সমাজৰ অন্যান্য লোকৰ লগত মিলি পৰিছিল।

প্ৰথম অৱস্থাত স্থানীয় অমুছলমান ছোৱালী বিয়া কৰালেও পিচলৈ মুছলমান পৰিয়ালৰ সংখ্যা বাঢ়িলত, অন্য ছোৱালী নিবিচাৰি মুছলমানৰে ছোৱালী মুছলমানে বিয়া কৰাব পৰা হ'ল। আজান চাহেবৰ এগৰাকী জীয়েকক খোন্দকাৰ পীড়ৰ ঘৰলৈ দিছিল, যদিও আজান পীড়ে স্থানীয় ছোৱালীকে বিয়া কৰাইছিল।

এনে সামাজিক সংমিশ্ৰণৰ ফলত আৰু ধৰ্ম্মৰ ভিত্তিত জীৱিকাৰ চিন্তা কৰিব লগীয়া নোহোৱা কাৰণে, কৃষিজীৱি মুছলমানবিলাক অসমীয়া হৈ পৰাত অলপো প্ৰতিবন্ধকৰ সন্মুখীন হব লগীয়া নহৈছিল। তেওঁলোক মাতে-কথাই, বেশে-ভূষাই, আহাৰে-বিহাৰে অসমীয়া হৈ পৰিছিল।

বৈষ্ণৱ ধৰ্ম্মৰ উদাৰতাই সকলোকে সামৰি লৈছিল। একেশ্বৰবাদী বৈষ্ণৱ ধৰ্ম্মৰ লগত এক আল্লাবাদী ইচ্‌লামৰ সংজ্ঘৰ্ষৰ কাৰণ নাছিল। ঠাইবিশেষে শক্তিপূজা-পদ্ধতি চলি থাকিলেও মুছলমান ধৰ্ম্মগুৰুসকলে তাত গৈ হেতা-ওপৰা কৰা নাছিল; যদিও শাক্ত পূজাৰপৰা আঁতৰাবৰ কাৰণে এনে জিকিৰ ৰচনা কৰিছিল—

আগলতি পাত পাৰি পূজা নানা দেৱ,<br>দোজখত পৰিব বান্দা হুতুলিব কেও।

চমুকৈ কবলৈ গলে, অসমত ৰৈ যোৱা মুছলমানসকলে নিজকে আলহী বা প্ৰবাসী বুলি ভাবিবলৈ এৰি, অসমতে ঘৰ-সংসাৰ কৰি, অসমীয়া হৈ পৰাকে জীৱনৰ আদৰ্শ কৰি লৈছিল; আৰু সমসাময়িক সামাজিক আৰু অৰ্থনৈতিক পৰিস্থিতি ইয়াৰ অনুকূলেই আছিল।



## (৩) সাংস্কৃতিক

অসমত ৰৈ যোৱা মুছলমানসকলেই (সকলো অৱশ্যে গৌৰীয় নাছিল), অসমৰ আদিম অসমীয়া মুছলমান, নে তাৰো পূৰ্ব্বে কোনো ইচ্‌লাম ধৰ্ম্ম-প্ৰচাৰকে আহি অসমত ইচ্‌লাম প্ৰচাৰ কৰিছিল স্থিৰ কৰিবলৈ টান। আজান পীড় চাহেবৰ ধৰ্ম্মীয় গুৰুসকলৰ তালিকাত তেখেতৰ পূৰ্ব্বে কোনো 'ৱলী' বা সাধকে অসমত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ অহাৰ প্ৰমাণ পোৱা নাযায়। বৈষ্ণৱ আন্দোলনৰ দৰে কোনো ইচ্‌লামী আন্দোলন অসমত হোৱা নাছিল।

ভৌগোলিক কাৰণত অসম আগৰেপৰা অন্যান্য ঠাইৰপৰা কিছু বিচ্ছিন্ন। ৫ম-৬ষ্ঠ শতিকাৰ বা তাৰো পূৰ্ব্বে অসমৰ মাজেদিয়ে সিন্ধু আৰু গঙ্গা উপত্যকাৰ কিছুমান আৰ্য্য-পৰ্য্যটক পূৰ্ব্ব-এচিয়াৰ ফালে গৈছিল। কিন্তু কোনো মুছলমান ভ্ৰমণকাৰী বা পৰ্য্যটক তেনেদৰে অসমলৈ অহা কথা জনা নেযায়। চট্টগ্ৰামত যিদৰে বায়ে'জিদ বিস্তামীৰ দৰগাহ আৰু চিলেটত চাহ জালাল য়মণীৰ দৰগাহ আছে, অসমত তেনে কোনো প্ৰাচীন সিদ্ধ মুছলমানৰ দৰগাহ এতিয়াও আবিষ্কাৰ হোৱা নাই। (চুলতান গিয়াচুদ্দিন বহুত পিচৰ)

অসমত জনসাধাৰণৰ মাজত এতিয়াও চলি থকা মন্ত্ৰবোৰৰ ভাষালৈ লক্ষ্য কৰিলে, তাৰ যি অৰ্থ-সঙ্গতিহীন ধ্বনি-প্ৰধান ৰূপ দেখা যায় তাতো 'আল্লা', 'বিচমিল্লা', 'নবী', 'ৰচুল' আদি শব্দবোৰ 'ব্ৰহ্মা' আদি শব্দৰ লগত মিলিথকা দেখা যায়। বিষ-জৰা দুই চাৰি মন্ত্ৰত আল্লাৰ দোহাই আদিও পোৱা যায়। এই মন্ত্ৰবোৰৰ ৰচক কোন জানিবৰ উপায় নাই। কিন্তু এইবোৰৰ কিছুমান কোনো কোনো মুছলমানেও ৰচনা কৰিছিল যেন লাগে। তন্ত্ৰ-মন্ত্ৰৰ যুগত কিছুমান উদ্ভট-উদ্ভাৱনো যোগ-সাধনাৰ শাৰীলৈ উঠিছিল। ইয়াত মুছলমানে যোগদান কৰিছিল। (এতিয়াও সাপ, জ্বৰ, কঁকালৰ বিষ আদি মন্ত্ৰ মাতি জৰা বহুত মুছলমান বেজ আছে)। মন্ত্ৰৰ ৰচনাত অংশ গ্ৰহণ কৰা মুছলমান দুই এজনৰ প্ৰভাৱত মন্ত্ৰবোৰত আৰবী-ফাৰ্চী আদি শব্দই ঠাই পোৱাটো অসম্ভৱ নহয়। বঙ্গদেশত যেনেকৈ বহু মুছলমানে কালী পূজা, মনসা পূজা আদি কৰিছিল আৰু অমুছলমানে পীড়, মুৰচিদ মানি চিৰ্নি আদি কৰিছিল

(এতিয়াও কোনো কোনো ঠাইত এনে প্ৰথা আছে বুলি জনা যায়), অসমতো বহুত মুছলমানে, বৰগীত, বিয়া-নাম, বিহুগীত আদি গোৱাৰ উপৰিও আইনাম গোৱা, পগলা-পাৰ্ব্বতীৰ গীত গোৱা, হুচৰি গোৱা, ভাওনা চোৱা আদিত বিনা দ্বিধাই অংশ গ্ৰহণ কৰিছিল। আজি পঞ্চাশ বছৰ মানৰ আগলৈকে কোনো কোনো ঠাইত মুছলমানৰ বিয়াত ঢোল বজোৱা হৈছিল বুলি জনা যায়।

এনেবোৰ অনা-ইছলামিক কাৰ্য্যৰ বিৰুদ্ধে এতিয়াও নৈষ্ঠিক মৌলবী আদিয়ে ফৎৱা আদি জাৰি কৰা দেখা যায়। কিছুমান গীতাংশ বা ছত্ৰ জিকিৰত যিদৰে পোৱা যায়, বৰাগী গীত আদিতো সেইদৰে পোৱা যায়। যেনে—

(ক) কি কাম কৰিলো, কি বুধি কৰিলো
বাৰীত দামেকলা কই,
আগেয়ে নেজানো, এতিয়া জানিলো
শৰীলত একুৰা জুই।

(খ) বাৰীৰে চুকৰে জাতি বাঁহ এজুপি
সিও মোৰ সোদৰৰ ভাই,
জীয়াই থাকোমানে কৰো কানী কাঠি
মৰিলেও লগতে যায়।

কিছুমান গীতৰ দুই ৰকমৰ কথা পোৱা যায়—

ধনে ধনে কৰি ধনকে ঘটিলা
পৰমে যতনে কৰি,
ধনে থাকিল পৰি দেহা যাব চলি
লগত যাব হুচলি খৰি।

কিন্তু মুছলমান গায়কে গালে হুচলি খৰিৰ ঠাইত ‘চপৰা দলি’ বুলি গায়।

কিছুমান এনে ধৰণৰ গীত কোনো মুছলমান, অহিন্দু (যাক মৰিলে সমাধিস্থ কৰা হয়, পোৰা নহয়) ৰচকে ৰচনা কৰা যেন লাগে—

এইনো বৰে ঘৰ কেলেই সজিলা,
কেলেই সাঁচিলা ধন।
জপাৰ বৰ কাপোৰ জপাতে পচিব
হাড়তো গজিব বন॥



হাড়ত বন গজাৰ ধাৰণা মৃতকক সমাধিস্থ কৰা প্ৰথাৰপৰা অহাই স্বাভাৱিক যেন লাগে। অৱশ্যে এনে উক্তি বৰ সৰবৰহী।

কিছুমান ফকৰা আদিৰ ৰচক দুই এজন মুছলমান হোৱাটো অসম্ভৱ নহয় যেন লাগে—

(ক) জীয়াই থাকিলে ভাতে আঁটিব
মৰিলে গাতে আঁটিব।

(খ) তিনি মোল্লা থাকিল চাই।
খোদাই ওলাল ভোৰোকাই॥

(গ) গৰীয়াৰ গৰু মৰীয়াই বায়।
তাৰনো আগ গুৰি কোনে চায়॥

অৱশ্যে এই সকলো অনুমানৰ কথা আৰু এইবোৰৰ ৰচনা-কাল অতি প্ৰাচীন নহয় যেন লাগে। এইবোৰৰ উল্লেখ এই কাৰণেই কৰা হৈছে যে এই লোকৰচনা বোৰত মুছলমান গাঁৱলীয়া কবিৰ অৱদান থকাটো অসম্ভৱ নহয়।

তলৰ ল’ৰা নিচুকোৱা গীতটো মুছলমানৰ মুখত শুনা, ৰচক মুছলমান যেন লাগে।

শিঙৰি পৰবত আল্লা আছে গায়বত
হৰি এ পা, মধুৰে পা
চালত কিমান পানী।
বৰদোৱা মাছে মানুহ পাৰে কৰায়
চিকাই লৈ যায় টানি।

‘জনা গাভৰুৰ গীত’ৰ ৰচকো অসমৰ মৰীয়া সম্প্ৰদায়ৰ কোনো লোক বুলি অনুমান হয়। কাকজান, কলীয়াবৰ, গোলাঘাট আদি ঠাইৰ মৰীয়াসকলে বহুতেই এই গীত গায়, আৰু ই তেওঁলোকৰ বৰ প্ৰিয়।

ৰচক যেয়েই নহওক, এইবোৰৰ সকলো ৰচনা অসমীয়া ; এইবোৰৰ ভাষা, ছন্দ, প্ৰকাশ-ভঙ্গী আদিত যি অসমীয়া জতুৱা ঠাঁচ আছে, সি শক্তিশালী অসমীয়া সংস্কৃতিৰ উদাৰ প্ৰভাৱৰ কথাকেই সোঁৱৰাই দিয়ে। অসমীয়া গীত-মাত ৰচনাৰ ক্ষেত্ৰত ইয়াৰ থলুৱা-পকৱা সকলোৱে যে একেই নিষ্ঠাৰে বৰঙনি যোগাইছিল এইবোৰে তাৰেই প্ৰমাণ কৰে। এনে উদাৰতাৰ কাৰণেই ইছলামৰ প্ৰচাৰক হৈয়ো আজান চাহেব, মজনুদিল আদিয়ে তেওঁলোকৰ ৰচনাত নিৰ্ভয়ে ব্ৰহ্ম,

শঙ্কৰ আদি শব্দৰ ব্যৱহাৰ কৰিছে। গোড়া মুছলমানৰ সংকীর্ণতাৰ উৰ্দ্ধলৈ গৈ আজান চাহেবে ঘোষণা কৰিছিল—

(ক) পূব্ বে আয়ু পচিমে বায়ু,
মইধত ব্রহ্ম কূৰ,
কৰ ধৰিছে হকৰ মুৰছিদে
কলিমা জিকিৰৰ মূল।

(খ) কোৰাণে পুৰাণে এককে কৈছে
বুজিবা মহন্ত লোক।
এই দুনিয়াত আছে দুই বেশে
মুর্চিদে বুজাব তোক।

অসমৰ ওজাপালি অতি প্রাচীন আৰু সৰবৰহী। আজান চাহেবে সম-সাময়িক অসমীয়া মুছলমানো ওজাপালিৰ অনুৰক্ত বুলি তিৰস্কাৰ কৰিছে—

বান্দাই বন্দেগী নকৰে পালিৰ বোলায় ওজা,
কাবালৈও নোদোঁৱাই মুৰ, মুৰ হল মুৰৰ বোজা।

ইচ্ লামৰ নির্দ্দেশ অনুসৰি 'বন্দেগী' বা 'উপাসনা' কৰাৰ পৰিবৰ্ত্তে তেতিয়াৰ কোনো কোনো মুছলমানে ওজাপালি গাই বেছি আনন্দ পাইছিল। সেয়ে আজান চাহেবৰ আক্ষেপৰ কাৰণ। এই ওজাপালি গোৰা মুছলমান দলটো ধৰ্ম্মত মুছলমান হলেও যে আন সকলোতে অসমীয়া আছিল সেই কথা দুই কৰিবৰ উপায় নাই।

## অসমত মুছলমান

**আজান চাহেবৰ পূৰ্ব্বে** ঃ—ওপৰৰ আলোচনাৰ পৰা এটা কথা স্পষ্টকৈ দেখা যায় যে যুদ্ধবন্দীৰূপেই হওক, আশ্রয়প্রার্থী ৰূপেই হওক বা নতুনকৈ ইচ্ লাম ধৰ্ম্ম গ্ৰহণ কৰিয়েই হওক, প্রাক্-বৈষ্ণৱ যুগৰপৰা অসমত কিছু সংখ্যক মুছলমান থকাটো বুৰঞ্জীৰ কথা। শঙ্কৰদেৱে বিনা সঙ্কোচে তেওঁৰ ৰচনাত উৰ্দ্দু, ফাৰ্চী শব্দ ব্যৱহাৰ কৰিছে।

শঙ্কৰদেৱৰ প্ৰিয় শিষ্যবিলাকৰ ভিতৰত চান্দ খাঁ বা চান্দসায়ো এজন আছিল। জিকিৰত পোৱা 'চান্দৰে বঢ়াই' যদি এওঁৱেই হয়, তেন্তে তেওঁক বিনা দ্বিধাই আজান চাহেবৰ পূৰ্ব্ববৰ্ত্তী মুছলমান কবি বুলি ধৰিব পৰা যাব।

যি পটভূমি আৰু পৰিবেশত আজান চাহেবে কাম কৰিবলগীয়া হৈছিল, সেইখিনি এবাৰ বিচাৰ কৰি চোৱা দৰকাৰ।



খ্রীষ্টীয় সপ্তদশ শতিকাৰ মাজ ভাগত বৈষ্ণৱ ভাৱধাৰাৰ বহল বিস্তাৰ হৈছিল। উজনি আৰু ভাটী অসমৰ জনসাধাৰণে বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰিছে। প্রজাৰ ধৰ্ম্ম বা ধৰ্ম্ম-আন্দোলন লৈ ৰজাঘৰে হেতা-ওপৰা কৰা নাই ; কাৰণ তেতিয়া অসমত বাৰে বাৰে মোগলৰ আক্ৰমণ হব ধৰিছে ; আৰু ৰাজশক্তিৰ সকলো চিন্তা-বুদ্ধি দেশৰ স্বাধীনতা আৰু শান্তিৰক্ষাৰ কামত নিয়োগ কৰিবলগীয়া হৈছে।

আজান চাহেবৰ পূৰ্ব্বে আৰু তেওঁৰ কালত উজনী অসমৰ মুছলমানবিলাকৰ আচাৰ-ব্যৱহাৰ, চাল-চলন কেনে আছিল তাৰ কিছু আভাস আজান চাহেবৰ নিজৰ ৰচনাৰপৰাই পোৱা যায়। তেওঁৰ অভিমত বা মন্তব্যক পক্ষপাতী বুলি ভাবিবৰ বিশেষ হেতু নাই, কিয়নো অন্য কবিৰ দৰে তেওঁৰ ৰচনাবোৰত অতিশয় কল্পনা-প্ৰৱণতা দেখা নেযায় ; গতিকে অতিৰঞ্জন নাই বুলিলেও অত্যুক্তি নহয়। অৱশ্যে তেওঁৰ মন্তব্যই সমসাময়িক সকলো মুছলমানক সামৰিছে বুলি ধাৰণা কৰিলে ভুল হব। ভাল মুছলমান থকাটো স্বীকাৰ কৰি বহু সংখ্যক মানুহ যে আদর্শভ্রষ্ট হৈছিল, তাক মানি লব লাগিব। আদর্শ মুছলমানৰ নহলেও, কিছুৰ বিষয়ে আজান চাহেবৰ মন্তব্য ঐতিহাসিক।

মুছলমান মানুহবোৰৰ কিছু অংশ নিৰক্ষৰ আৰু অশিক্ষিত আছিল। শিক্ষা আহৰণ কৰা 'ফৰজ' বুলি জানিও অসমৰ মুছলমানে তাৰ প্ৰতি অকণো চকু নিদিছিল।

তলবোল ইল্ মে ফৰিজতোন*—
ফৰজকো নকৰে কাণ।
হাল বাবলৈও শকত,
পহৰা দিবলৈকো শিয়ান।

শিক্ষাতকৈ যে খেতি-বাতিৰ প্ৰতি মুছলমানবিলাকৰ বেচি ধাউতি আছিল এই উক্তিয়ে তাকে প্ৰমাণ কৰে।

আলা কুল্লে মুছলিমিন আও মুছলিমাত
মূমিন মুমিননী হল ফৰজৰ ভাৰী।
খোদাৰ ধাৰক নিদি ধৰুৱাক ফুৰে বিচাৰি।

ধৰ্ম্ম বা জ্ঞান সাধনাতকৈ বৈষয়িক চিন্তাই বেছি আছিল—

দুনিয়াৰ কামক লাগি দীনকো নগণে,
ইলিম কালামকো নপঢ়ে,

* এনে ধৰণৰ আৰবী বাক্য, বাক্যাংশ আৰু শব্দৰ অৰ্থ আদি দিয়া হৈছে। লগতে পৰিশিষ্ট দ্রষ্টব্য।

পঢ়ুৱাই পঢ়িলেও হুশুনে,
মুমিনে পঢ়ে, মোনাফিকে শুনে।
শুনিব নোৱাৰি ইঁাহে আৰু কাহে ॥

সেই সময়ত অলপ সংখ্যক ভাল মুমিনো আছিল; আৰু তেওঁলোকে মোনাফিক (কপটীয়া, মুখে মুছলমান) বিলাকক ধৰ্ম্ম-শিক্ষা দিবৰ চেষ্টা কৰিও সফল হব নোৱাৰিছিল। কাৰণ ধৰ্ম্মৰ প্ৰতি ইবিলাক মানুহৰ বিৰাগ বা অৱহেলা স্পষ্ট আছিল।

এই মুছলমানৰ মাজত ধৰ্ম্ম-কাম যি চলিছিল, সি আছিল লোক-দেখনিয়াৰ আৰু কপটীয়া বিধৰ। নামাজ-ৰোজা পালন কৰিছিল আনৰ আগত ধাৰ্ম্মিক বোলাবৰ কাৰণে—

ৰোজা ধৰে দেখুৱাই, গুণাহ কৰে লুকুৱাই,
পুণ্যৰ শত্ৰু, পাপৰ ভাগী,
সাধু কথা শুনি আজানক কৰে টং
নামাজলৈকো হেলা, নাবিচলৈকো ৰং।

মছজিদত নামাজৰ কাৰণে আজান দিয়া হয়, সিহঁতে শুনে, কিন্তু মছজিদলৈ নামাজ পঢ়িবলৈ যোৱাতকৈ সাধুকথা শুনি বহি থকাকে সিহঁতে বেছি ভাল বুলি ভাবে। কিছুমান মানুহ নামাজলৈ নাহি, নাচিবলৈ গৈছিল, নাচ-গান আদিত ইহঁত ব্যস্ত আছিল। সেই সময়ত মৰ্চিয়া বা জাৰী গীত নাচি নাচি গোৱা হৈছিল। জিকিৰো নাচি নাচি হাত চাপৰি বাই গাইছিল। এইবোৰ ধৰ্ম্মৰ কাম বা পুণ্যৰ অনুষ্ঠান বুলি নলৈ, ৰং-ধেমালি হিচাবে লৈছিল। জিকিৰ মৰ্চিয়া গোৱাৰ দৰেই মুছলমানবিলাকে ওজাপালিও গাই ফুৰিছিল।

মৰ্চিয়া গীতক শুনি বান্দা জাগে চৌপৰ ৰাতি।
খোদা মহম্মদৰ কথা শুনিলে গালক কৰে কাটি।
বান্দাই বন্দেগী নকৰে, পালিৰ বোলায় ওজা
কাবালৈও নোদোৱাই মূৰ, মূৰ হ'ল মূৰৰ বোজা।
জিকিৰ ফিকিৰ নাই, উশাহ আছে টানি।
কমাৰৰ হাতিনা ভাল লোহাক কৰে পানী।

মানুহবোৰৰ এদলে কেৱল খাই-বৈ উশাহ-নিশাহ লৈ জীয়াই থাকে। অন্য কোনো ধৰ্ম্ম কাম নাই, এইবোৰতকৈ কমাৰৰ হাতিনাই ভাল, লো গলাই পানী কৰে।



নামাজৰ কৰে নিন্দা, চৰিয়তক কৰে বিতন্দা,
ৰছুলৰ নহয় উম্মত, খোদাৰ নহয় বান্দা
আজানৰ মাত শুনি শিঙ্গাৰ দিয়ে পটন্তৰ
তচ্‌বিহকো বোলে চানৰ মন্তৰ,
আও কা আল্লাহু তচ্‌বিহতন নেপাব বিচাৰি,
বুকু বাহু চপৰিয়াই জিকিৰৰ লগাই শাৰী।

উক্ত কথাখিনিয়ে সেই সময়ত অসমত এদল মুছলমান যে নামত মুছলমান আৰু কামত ধৰ্ম্ম-আদৰ্শহীন আছিল সেই কথা ভালকৈ বুজায়। আৰু ই চাহাবুদ্দিন তালিচে কৰা মন্তব্যক সমৰ্থন জনায়—

As for the Musalmans who had been taken prisoner in former times and had chosen to marry here, their descendants act exactly in the manner of the Assamese and had nothing of Islam except the name.

নতুন ধৰ্ম্মান্তৰ গ্ৰহণকাৰীৰ নতুন ধৰ্ম্মৰ প্ৰতি এটা আগ্ৰহ থাকে। কিন্তু মোনাফিক বা কপটীয়াক সৎ পথলৈ অনা অতিশয় কষ্টকৰ, কাৰণ বাহিৰত সিহঁতৰ দোষবোৰ দেখা নেযায়। আজান চাহেব এনে এদল মানুহৰ মাজতে আহি পৰিছিল।

বহুতে ধৰ্ম্মৰ ব্যভিচাৰ কৰাৰ উপৰিও ইচ্‌লামৰ মূল আদৰ্শৰ বিৰোধী কিছুমান কাম কৰিছিল। জিকিৰত তাৰ উল্লেখ আছে।

ধন ধাৰলৈ দি সুদ বা বাঢ়ি খোৱা (ইচ্‌লামৰ মতে হাৰাম), কুকুৰা যুজোৱা, —আগলতি কলপাত পাৰি উপদেৱতা বা অপদেৱতাৰ পূজা কৰা (আই পূজা আদিও) এদল মুছলমানে নিৰ্ব্বিবাদে কৰিছিল। এইবোৰ 'তওহিদ' বা আল্লাৰ একত্বৰ পৰিপন্থী ক্ৰিয়া; আজান চাহেবে এনে মানুহ কিছুমানকে প্ৰকৃত ইচ্‌লামৰ পথলৈ আনিবলগীয়া হৈছিল।

চান্দসাৰ দৰে মুছলমান বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত হোৱাত এহাতে যি দৰে সেই সময়ৰ বৈষ্ণৱ গুৰুজনাৰ তথা মতবাদৰ শক্তিৰ বিষয়ে ভালকৈ বুজিব পাৰি, আনহাতে ইচ্‌লাম কিমান দুৰ্ব্বল হৈ পৰিছিল তাকো সহজে অনুমান কৰা যায়। কোনো এটা ধৰ্ম্মমত শক্তিশালী থাকিলে সাধাৰণতে সেই ধৰ্ম্মাৱলম্বী লোকে সহজে ধৰ্ম্মান্তৰ গ্ৰহণ নকৰে।

চমুকৈ কবলৈ গলে বৈষ্ণৱ ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰিবলৈ লোৱাৰ সময়ত শঙ্কৰদেৱে হিন্দু সমাজৰ যি অৱস্থা দেখা পাইছিল, ইচলাম প্ৰচাৰ কৰিবৰ সময়তো আজান

চাহেবে তেনে পৰিস্থিতিৰে সম্মুখীন হৈছিল। দুৰ্নীতি, ব্যভিচাৰ, কপটালি, ধৰ্ম্মবিমুখিতা আদিয়ে আজান চাহেবৰ পূৰ্ব্ব আৰু সমকালীন মুছলমান সমাজৰ ভালেমান লোকক আচ্ছন্ন কৰি ৰাখিছিল।

বিভিন্ন চুফি পন্থাত জিকৰ কৰাৰ যি ব্যৱস্থা আৰু ৰীতি আছে অসমৰ জিকিৰ গোৱাৰ পদ্ধতিৰপৰা সি বহুত নিলগ; অসমত হিন্দুসকলৰ নাম-কীৰ্ত্তন গোৱাৰ দৰেই জিকিৰ গাইছিল। মৰ্চিয়া গোৱাত মুছলমানবিলাকে ৰাতি কটোৱাৰ উল্লেখৰপৰা এই ৰীতি থলুৱা অসমীয়া হয় নে নহয় চিন্তা কৰিব লগীয়া হয়।

অসমত নাট অভিনয়, ওজাপালি আদি আছিল। মুছলমানেও ওজা-পালি গাইছিল। কিন্তু মৰ্চিয়াৰ বিষয়-বস্তু কাৰবালাৰ কাহিনী আৰু তাৰ গোৱা আৰু নাচৰ পদ্ধতিও বেলেগ। বঙ্গদেশতো জাৰী গীত, মৰ্চিয়া আদি গোৱা হৈছিল, এতিয়াও গোৱা হয়। কিন্তু অসমীয়া জাৰী-নাচৰ এটা স্বকীয়া ৰূপ আছে। উত্তৰ ভাৰতৰ ( উত্তৰ প্ৰদেশ ) বিহাৰ আদি ঠাইৰ চিয়াসকলে ( লগতে কিছু চুন্নিয়েও আৰু কিছু হিন্দুৱেও ) এতিয়াও তাজিয়া গায় আৰু নাচে। এই তাজিয়াত প্ৰধানতঃ তৰোৱাল, লাঠি, গটকা আদি যুদ্ধৰ অস্ত্ৰ পৰিচালনাৰ খেলা দেখুওৱা হয়। কিন্তু অসমীয়া জাৰী-নাচ তাজিয়াৰ লগত অতি কম মিলে। অসমীয়া জাৰী আঠ-দহজন মানুহে ঘূৰি ঘূৰি, নাচি নাচি গায়। নাচৰ খোজ অন্য নাচৰ লগত নিমিলে, লগে লগে বুকুত হিয়া ভুকুৱাৰ দৰে চাপৰি বজোৱা হয়।

হয়তো ওজাপালি, তাজিয়া, বধ কাব্য, বঙালী মৰ্চিয়া আদিৰ প্ৰভাৱ লৈ এই নৃত্যই গঢ় লৈছে। কিন্তু অসমৰ আজান চাহেবৰ আগতে ই কেনেকৈ জন-সমাজত বিয়পি পৰিছিল সিহে বিচাৰৰ বিষয়। সেই দেখি ধাৰণা হয় যে খৃষ্টীয় চতুৰ্দ্দশ পঞ্চদশ শতিকাৰ পূৰ্ব্বেই মুছলমান কবি আৰু নৃত্যবিদে এই গীত আৰু নৃত্যৰ প্ৰচলন কৰে। শিৱসাগৰ আৰু নগাওঁ জিলাৰ জাৰী-নাচৰ লগত আমাৰ হুচৰি আৰু ওজা-পালিৰ দূৰণীয়া সাদৃশ্য আছে যেন লাগে।

শঙ্কৰদেৱৰ প্ৰিয় মুছলমান শিষ্য চান্দসাইৰ ( খাঁৰ ) দুটা গীত পোৱা গৈছে। গীতকেটা ধৰ্ম্মমূলক বা ভক্তিভাৱৰ নহয়, বৰাগী গীতৰ ধৰণৰ—

সাগৰৰ মাজতে ঘোৰাৰ ঠৰ্কেঠকি
নগৰত বুৰালে নাও।
চান্দখা বঢ়ায়ে এই গীত ৰচিলে
বুজা ভকতিৰ ভাও।



গীতটোৰ ভাবত দেহ-বিচাৰৰ গীতৰ প্ৰভাৱ স্পষ্ট। অৱশ্যে এই 'চান্দৰে বঢ়াই' উক্ত চান্দসাই নে অন্য কোনোবা জনা নেযায়।

মজন্নুদিল ফকিৰৰ যিবোৰ ৰচনা পোৱা হৈছে সেইবোৰৰ ভাষাৰ গঢ় আজান চাহেবৰ ৰচনাতকৈ অলপ বেলেগ। অৱশ্যে বিষয়-বস্তুৰ ফালৰ পৰা বৰ বেছি পাৰ্থক্য নাই। কিন্তু মজন্নুদিল ফকিৰৰ ৰচিত জিকিৰ বা গীত-বোৰত ছৰিয়ততকৈ মাৰিফৰতৰ বা গুপ্ত ৰহস্যৰ ভিত্তিত গীত ৰচনাৰ প্ৰচেষ্টা দেখা যায়। ভাষাৰ ফালৰপৰা চালে এওঁৰ ওপৰত প্ৰাচীন অসমীয়া ভাষাৰ ঠাচ আৰু ব্যঞ্জনা আদি দেখা যায়।

অসমীয়া বিয়া-নাম, লৰা নিচুকুৱা গীত, বিহু-গীত আদিৰ যি দৰে মুখে মুখে চলি অহাৰ ফলত ৰূপ সলনি হৈ আহি আছে আৰু ভাষাৰ ফালৰপৰা বিচাৰ কৰি যি দৰে সেই বোৰৰ ৰচনা কাল নিৰ্ণয় কৰা সম্ভৱ নহয়, সেইদৰে জিকিৰ-জাৰীবোৰেও মুখে মুখে চলি অহাৰ ফলত পূৰ্ব্বৰ নিজস্ব ৰূপ ভালেখিনি হেৰুৱাইছে। সাধাৰণতে যিবোৰ জিকিৰ আৰু জাৰী বেচি জনপ্ৰিয় আৰু প্ৰায় সকলো ঠাইতে গোৱা হয় সেইবোৰৰ ভাষাই যুগৰ দাবি মানি আধুনিকতা পাইছে। যিবোৰ অলপ কম গোৱা হয়, সেইবোৰৰ ভাষাৰ গঢ় বেচি সলনি হোৱা নাই। সেই দেখি জিকিৰ আৰু জাৰীবোৰৰ ভাষাৰ গঢ় বেছি সলনি হোৱা নাই। সেই দেখি জিকিৰ-জাৰীবোৰৰ ভাষাৰ-পৰা কাল নিৰ্ণয় কৰা বৰ নিৰাপদ নহয়।

কিন্তু এই কথা অবিসম্বাদী সত্য যে আজান চাহেবৰ আগতে দুই চাৰি ৰচকে জিকিৰ আদি ৰচনা কৰিছিল। ( আজান চাহেবৰ গীতত তাৰ উল্লেখ আছে ) আৰু মুছলমান বিলাকে সেইবোৰ গাইছিল যদিও তাত স্থানীয় ঠাঁচ-সুৰ আদিৰ বেছিকৈয়ে প্ৰভাৱ পৰিছিল।

সেই দেখি শঙ্কৰদেৱে অপ্ৰমাদী কবিৰ দানৰ কথা স্বীকাৰ কৰি যিদৰে নিজৰ আদৰ্শ আৰু প্ৰেৰণাৰ অৱলম্বন কি আছিল জনাই গৈছে, আজান চাহেবে তেনে নকৰিলেও সেইবোৰৰ প্ৰসঙ্গ উত্থাপন কৰি গৈছে। যিবোৰ গীত ( জিকিৰ অথবা জাৰী ) তেখেতৰ সমসাময়িক মুছলমানৰ মাজত সৰবৰহা আছিল, সেইবোৰৰ সম্পৰ্কে আজান চাহেবে কৰা মন্তব্যৰ উল্লেখ আগতে কৰা হৈছে।

## আজান ফ্কীৰ

বংশাৱলী আদিৰপৰা জনা যায় যে ইচ্‌লাম ধৰ্ম্ম প্ৰচাৰ কৰিবৰ কাৰণে চাৰি গৰাকী 'ৱলী' বা সাধক একে সময়তে উজনী অসমলৈ আহিছিল, (১) হজৰত চাহ মিলন বা আজান চাহেব, (২) হজৰত খোন্দকাৰ চাহেব, (৩) হজৰত নবী বা (?) চালেহ চাহেব, (৪) হজৰত চাৱাল চাহেব। আজান চাহেবৰ এটা জিকিৰত চাহ মদাৰ চাহেবৰো উল্লেখ আছে।

চাহ মিলনে বৈঠা বায়, মাদাৰে সি চে পানী,
আপুনি কৰিম আল্লা সেই নাঙৰ কাণ্ডাৰী ॥

উজনী অসমৰ, বিশেষকৈ লক্ষীমপুৰ, শিৱসাগৰ, নগাওঁ আৰু দক্ষিণ কামৰূপৰ চৈয়দসকল এই কেগৰাকী পীড়ৰে বংশধৰ, আৰু ইয়াৰ মুছলমানসকলৰো সৰহ ভাগেই এখেত সকলৰে কোনো এগৰাকীৰ ভকত বা শিষ্য। হাজোত দুঘৰমান নবীঘৰীয়া চৈয়দ আছে।

উপৰোক্ত পীড়সকল চৈয়দ আছিল, আৰু তেওঁলোক পূৰ্ব্বৰ একে চিল্‌চিলাৰ বা গুৰুঘৰৰ শিষ্য আছিল। আজান আৰু নবী ককাই-ভাই আছিল। আৰু দুয়ো বেছি ভাগ একেলগেই আছিল; কিন্তু হজৰত খোন্দকাৰ পীড় আৰু হজৰত চাৱাল পীড় সুকীয়াকৈ আছিল, আৰু নিজ নিজ ক্ষেত্ৰত কাম কৰিছিল।

আজান চাহেবৰ সম্পৰ্কে কোনো বিবৰণ প্ৰকাশিত কোনো বুৰঞ্জী বা অন্য পুথিত পাবলৈ নাই। এখন অপ্ৰকাশিত পুৰণি বুৰঞ্জীত সামান্য উল্লেখ পোৱা যায়। যথাস্থানত সেই বিষয়ে আলোচনা কৰা হৈছে। তেখেতে ৰচনা কৰা জিকিৰ এটিত, সেই জিকিৰ ৰচনাৰ কালৰ উল্লেখ আছে। কিন্তু ৰচনাকালৰ উল্লেখ থকা এই জিকিৰ শাৰী বিভিন্ন ঠাইত, বিভিন্ন জনে বেলেগ বেলেগ ৰকমে গায়। এই সূত্ৰকে অৱলম্বন ৰূপে লৈ, আৰু আনুষঙ্গিক অন্যান্য কথাৰ আলোচনা কৰি আজান চাহেবৰ জীৱন কাল সম্পৰ্কে এটা সিদ্ধান্ত কৰা যায়। অৱশ্যে এই সিদ্ধান্ত সম্পূৰ্ণ নিৰ্ভৰযোগ্য বা নিৰ্ভুল বুলি দাবি কৰিব নোৱাৰি। কিন্তু, বৰ্ত্তমানত প্ৰাপ্ত সম্বলৰ সহায়ত এই সিদ্ধান্তকে আগবঢ়োৱা হ'ল।

(ক) দুশ দুকুৰী নবীচন হিজিৰি,
আকৌ পাঁচে বছৰ যায়,
চাহ মিলনে এই জিকিৰ কৰিলে
কোৰাণ কিতাবত পাই।



(খ) দহশ দুকুৰি নবীচন হিজিৰি
আকৌ পাঁচে বছৰ যায়।...

(গ) দহশ দুকুৰি নবীচন হিজিৰি
আৰু বাৰে বছৰ যায়।...

(ঘ) এঘাৰ শ দুকুৰি নবীচন হিজিৰি
আকৌ পাঁচে বছৰ যায়।...

(ঙ) এঘাৰ শ দুকুৰি নবীচন হিজিৰি
আৰু বাৰে বছৰ যায়।...

উপৰোক্ত উক্তি সমূহৰ ভিতৰত প্ৰথমটো (ক) বিশ্বাসযোগ্য নহয় যেন লাগে। ২৪৫ হিজিৰি চনত (খৃষ্টীয় অষ্টম-নৱম শতিকা) অসমলৈ কোনো ইচ্‌লাম প্ৰচাৰক অহাৰ কথা ক'তো পোৱা নাযায়। গৌৰ, শ্ৰীহট্ট আদিলৈও পিচতহে আহিছে। অনুমান দহ দুকুৰি গাওঁতে গাওঁতে দুশ দুকুৰি হৈ পৰিছে।

(খ) দহশ দুকুৰি নবীচন হিজিৰি
আৰু পাঁচে বছৰ যায়...

## ১০৪৫ হিজিৰি

১০৪৫ হিজিৰি ইংৰাজী ১৬৩৪।৩৫ চন পৰে; তেতিয়া অসমত স্বৰ্গদেৱ প্ৰতাপসিংহৰ ৰাজত্ব কাল। মুছলমানৰ লগত কেইবাখনো ৰণ এওঁৰ ৰাজত্ব কালত লাগিছিল।

শিৱসাগৰ, নগাওঁ আৰু কামৰূপ জিলাৰ শৰাগুৰীয়া (আজানৰ ঘৰীয়া) চৈয়দসকলৰ বংশাৱলী এই সম্পৰ্কত আলোচনা কৰিলে জনা যায় যে বৰ্ত্তমানত আজান চাহেবৰ বংশধৰসকলে দশম পুৰুষ শেষ কৰি একাদশ পুৰুষত ভৰি দিছে। (বংশাৱলী দ্ৰষ্টব্য)

হজৰত খোন্দকাৰ চাহেবো আজান চাহেবৰ সমসাময়িক। তেখেতৰ বংশাৱলীৰ পৰাও দেখা যায় (বংশাৱলী দ্ৰষ্টব্য—পৰিশিষ্ট) যে তাৰো একাদশ পুৰুষ চলিছে। আনহাতে এষাৰ কথা মনত ৰখা দৰকাৰ যে যি চনৰ উল্লেখ জিকিৰত পোৱা গৈছে (১০৪৫ হিজিৰি) সি আজান চাহেবৰ জন্ম, মৃত্যু অথবা অসমলৈ অহাৰ তাৰিখ নহয়, জিকিৰ বিশেষ ৰচনা কৰাৰ তাৰিখহে। এই গণনাৰ পৰা আজান চাহেব অসমত থাকি জিকিৰ ৰচনা কৰাৰ কাল ১০৪৫ হিজিৰিৰ ইপাৰে সিপাৰেই হোৱাটো বিশ্বাস কৰিব পাৰি।

দেওধাই অসম বুৰঞ্জীত (পৃঃ ৮৬) নৰিয়া ৰজাৰ দিনৰ এটা প্ৰসঙ্গ এই

সম্পৰ্কত উল্লেখ কৰিব পাৰি। চুত্যিংফা বা নুৰৱীয়া ৰজা ( নৰিয়া ৰজা ) ৰাজপাটত বহে '১৫৫৬ শকত ভাদৰ ১৩ দিন গতে শনিবাৰে প্ৰভাতে' অৰ্থাৎ ১৬৪৪ চনত। এওঁৰ দিনৰ কাহিনীটো এই—"সেই বেলা পোৱালি পাচনিৰ খাটনি আছিল, একুৰি লোকক পৰাভৱ কৰিবৰ দেখি থৈছিল, পাচে বন্দীৰ পৰা এৰিলে। তেঁৰে ৰজাক গোচৰ দিলে,—'আই কুঁৰৱীয়ে মোৰোৱাই ভাগিনীয়েকক ৰজা পাতক।' এই শুনি ৰূপাই গৰীয়াক কাটিলে।"

এই 'ৰূপাই গৰীয়া' আজান চাহেবৰ বিৰোধী ৰূপাই দা ধৰাই বুলি ধৰিব পাৰিলে, আজান চাহেবৰ কাল ১৬৩৪ মান বুলি ধৰিব লগাত পৰে।

এই মতে প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনতে আজান চাহেবৰ চকু কঢ়োৱা হয়। যদিও ইয়াৰ বাবে ৰজাক দায়ী কৰাৰ হেতু নাই, তথাপি 'একো সোধ নললে স্বৰ্গী মহাৰজাই নজৰ কাঢ়িবলৈ দিলে' বোলা কথাষাৰে আজান চাহেবৰ প্ৰতি ৰজাৰ উদাসীনতাকে প্ৰমাণ কৰে।

জিকিৰৰ মতে—

তিন দিনৰ মূৰত ৰূপাইক কাটিলে,
কুৰুমাই নেপালে উৱা।

সেয়ে হলে ১৬৪৪ চনতে আজান চাহেবৰ চকু কঢ়া হয়, আৰু তাৰ তিন দিনৰ পিচত ৰূপাইক কটা হয়—সেই চনতে।

পূৰ্ব্বে উল্লেখ কৰা প্ৰাচীন হাতেলিখা অসম বুৰঞ্জীৰ স্বৰ্গদেৱ গদাধৰ সিংহৰ ৰাজত্ব কালত ( ১৬৮১—১৬৯৫ চন ) এটা বিবৰণীত নিম্নলিখিত কথাখিনি আছে—

"সন্দিকৈ বৰফুকনৰ হতুৱাই উমানন্দৰ দল বন্ধাই মানুহ সাত গাওঁ দিলে। ৰূপাই দা ধৰাই গোচৰ দিয়াত আজান ফকিৰৰ চকু কাঢ়িছে। পাচত তাৰ মাহাত্ম্য ওলালত মাটি-মানুহ দি ফকিৰক মাতিছে, বৰকলাত নগৰ কৰিছে, ১৬০৮ শক।"

আজান চাহেব আৰু ৰূপাই দা ধৰাৰ সম্পৰ্কীয় এনে স্পষ্ট ঐতিহাসিক বৰ্ণনা এতিয়ালৈ প্ৰকাশিত কোনো বুৰঞ্জীত নাই। সংক্ষেপ হলেও এই উক্তিৰ গুৰুত্ব আছে। অৱশ্যে চন-তাৰিখ লৈ কিছু ভাবিবলগীয়া হয়। এই মতে কেইবাটাও বেলেগ মত স্বীকাৰ কৰিব লগীয়া হয়—

(ক) আজান চাহেবৰ চকু কঢ়োৱা গদাধৰ সিংহৰ দিনত হলে, প্ৰতাপ সিংহৰ দিনৰ পৰা প্ৰায় ৫০ বছৰ আগবাঢ়ি আহিবলগীয়া হয়। তেতিয়া হলে



জিকিৰত উল্লিখিত আহোম-মোগলৰ যুদ্ধ ১৬৮২ত লগা ইটাখুলিৰ ৰণ বুলি ধৰিব লাগিব (?)

(খ) যদি ১০৪৫ হিজৰিতকৈ ১০৫২ হিজৰি ( 'আৰু বাৰে বছৰ যায়' ) বেচি নিৰ্ভৰযোগ্য বুলি ধৰা যায়, তেতিয়াহলে উল্লিখিত জিকিৰ ৰচনাৰ কাল কিছু পিচলৈ আহে।

বংশাৱলী বিচাৰ কৰিলে দেখা যায় যে বৰ্ত্তমান আজান চাহেবৰ বংশৰ ১০ম-১১শ পুৰুষ চলিছে। যদি ধৰা হয় যে আজান চাহেবে তেওঁৰ ৪৫।৫০ বছৰমান বয়সত মুৰিদ বা ভকত কৰোৱা আৰম্ভ কৰিছিল ( পীড় শব্দৰ সাধাৰণ অৰ্থ বয়োজ্যেষ্ঠ বা বৃদ্ধ ), তেনেহলে ১৬৫৫।৫৬ চন মান হয়—(১৬১০ + ৪৫)। ৩০ বছৰকৈ পুৰুষ গণনা কৰিলে দহ পুৰুষত তিনি শ বছৰ হয়। সেই মতেও ১৯৫৫।৫৬ চনত ( ১৬৫৬ + ৩০০ ) একাদশ পুৰুষ আৰম্ভ হোৱাৰ গণনা মিলি যায়।

তদুপৰি পীড়ি চিলচিলাৰ পৰা ( পৰিশিষ্ট দ্ৰষ্টব্য ) জনা যায় যে আজান চাহেব হজৰত মোহম্মদ ( দঃ )-ৰ পৰা ধৰি ৪২তম পীড়। হজৰত মোহম্মদৰ ( দঃ ) জন্ম হয় ৫৭০ খৃষ্টাব্দত। ৪০ বছৰ বয়সত তেখেতে 'নবুৱত' পায় আৰু তাৰ পিচত হজৰত আবুবকৰ চিদ্দিক, হজৰত আলি আদি ইচ্‌লামত দীক্ষিত হয়। ৬১০ চনৰ পৰা ( ৫৭০ + ৪০ ) গণনা কৰিলে আৰু পীড়সকলৰ বয়সৰ ব্যৱধান গড় হিচাবে ২৫ বছৰকৈ ধৰিলে ( ১০৫২ ÷ ৪২ = ২৫ ), দেখা যায় যে আজান চাহেব ১৬৬০ চন মানত ( ৬১০ + ১০৫০ ) অসমত আছিল। আলোচ্য হাতেলিখা বুৰঞ্জীৰ মন্তব্য তেতিয়া বিশ্বাসযোগ্য বুলি ধৰিব পৰা যায়।

মুঠতে যদি আজান চাহেব ১৬৩৫ চন মানৰপৰা ১৬৯০ চন মানলৈকে অসমত আছিল বুলি ধৰা হয়, তেনেহলে জিকিৰত উল্লেখ কৰা দহ শ বাৱন্ন হিজৰি ( ১৬৪১ চন ) আৰু ১৬৮৬ চনত চকু কঢ়োৱাৰ কথা সঁচা বুলি সাব্যস্ত হয়। এয়ে হলে :—

(ক) আজান চাহেব প্ৰতাপ সিংহৰ দিনৰপৰা গদাধৰ সিংহৰ দিনলৈকে সুদীৰ্ঘ কাল অসমত আছিল।

(খ) নৰিয়া ৰজাৰ দিনৰ কটা যোৱা ৰূপাই গৰীয়া আৰু গদাধৰ সিংহৰ দিনৰ ৰূপাই দা ধৰা দুজন সুকীয়া ব্যক্তি।

(ঘ) জিকিৰত উল্লেখ কৰা ৰণ আহোম-মীৰজুম্‌লাৰ ( ১৬৬২ ) নাইবা ইটাখুলিৰ ( ১৬৮২ ) ৰণ।

উপৰোক্ত বিচাৰৰ পিচত এই সিদ্ধান্ত কৰা যায় যে ১০৪৫ অথবা ১০৫২ হিজৰি, বিশেষকৈ ১০৫২ হিজৰি বুলি গোৱা জিকিৰষাৰেই বিশ্বাসযোগ্য উক্তি।
১১৪৫ আৰু ১১৫২ হিজৰিৰ যি জিকিৰ গোৱা হয়, সেই মতে গণনা কৰিলে ১৭৩১ চন বা ১৭৩৮ চন হয়। কিন্তু বংশাৱলী আৰু প্ৰাসঙ্গিক অন্যান্য কথা বিচাৰ কৰিলে এই দুটা চন বিষয়ক উক্তি ভ্ৰমাত্মক যেন লাগে। মৰহুম চৈয়দ আব্দুল হক চাহেবৰ 'মিশ্বৰাহুল ইচ্‌লাম' নামক পুথিত 'এঘাৰ শ ছুকুৰি নবীচন হিজিৰি' বোলা হৈছে। আজান চাহেবৰপৰা ১০ পুৰুষ ধৰিলেও আৰু প্ৰতি পুৰুষৰ ব্যৱধান ৩০ বছৰ নধৰি ২০ বছৰকৈ ধৰিলেও ১৯৮১ চন হয় (১০ × ২৫ + ১৭৩১), ১১৫২ হিজৰি ধৰিলে আৰু আগ বাঢ়েহে (১৯৮৮ চন)। এই কাৰণে ১৭৩১ বা ১৭৩৮ চনত আজান চাহেব অসমত আছিল বুলি ধৰাৰ বেচি যুক্তি নাই।

মীৰজুমলাৰ লগত অহা বুৰঞ্জী-লিখক চাহাবুদ্দিন তালিছে 'নামত মাত্ৰ মুছলমান' যিবিলাকৰ বিষয়ে উল্লেখ কৰিছে, তাক ভিত্তি কৰি কোনো কোনোৱে ক'ব খোজে যে আজান চাহেব মীৰজুমলাৰ লগত অহা (১৬৬২) নাইবা তেওঁৰ পৰবৰ্ত্তী পীড়—কিয়নো তেখেতৰ দৰে প্ৰতিভাশালী পীড় আদি থকাৰ সময়ত বা পিচত, মীৰজুমলাৰ দিনত তেনে মুছলমান থকাটো সম্ভৱপৰ নহয়।

কিছুমান জিকিৰৰ ভাষাৰ প্ৰতি চকু দিলেও বৈষ্ণৱোত্তৰ যুগৰ সেই সময়ৰ ভাষাৰ লগত যথেষ্ট মিল দেখা যায়। সেই কাৰণে আজান চাহেবক আমি সপ্তদশ শতিকাৰ গোটেই মাজভাগ জুৰি থকা অসমীয়া কবি বুলি ধৰিব পাৰো।

## আজান ফকীৰ, চাহ মিলন, চাহ মীৰাণ

কিম্বদন্তী অনুসৰি (আজান চাহেব সম্বন্ধীয় কেইটামান প্ৰচলিত কিম্বদন্তী পৰিশিষ্টত দিয়া হৈছে) চাহ মিলনেই পোন প্ৰথমে আজান দি নামাজ পঢ়িবলৈ মুছলমান সকলক আহ্বান কৰাৰ প্ৰথা প্ৰচলিত কৰে। কিন্তু ওপৰৰ আলোচনাৰপৰা এই কথাৰ সপক্ষে যুক্তি অতি দুৰ্ব্বল যেন লাগে। আজান চাহেবৰ কেইবা শ বছৰৰ পূৰ্ব্বৰেপৰা অসমৰ বিভিন্ন ঠাইত মুছলমান আছিল। ধৰ্ম্মৰ কাৰণত ৰজাৰৰ বা ৰাইজে তেওঁলোকক দমাই ৰখাৰ কোনো বিশ্বাসযোগ্য প্ৰমাণ নাই। তেওঁলোকে নিশ্চয় স্থানবিশেষত মছজিদ আদি সাজি সমূহীয়া ভাৱে নামাজ আদি আদায় কৰিছিল।

মুছলমানৰ 'জামাত' বা 'খেল' বা গোষ্ঠী এটা ধৰ্ম্মীয় অনুশাসনৰ ভিতৰুৱা



কথা। মছজিদত জামাত হৈ নামাজ পঢ়িবৰ কাৰণে আজান নিদিলে নচলে, বিশেষ বাধা নথকা কালত অসমৰ মছজিদত 'আজান' নিশ্চয় শুনা গৈছিল। অৱশ্যে স্বৰ্গদেউ প্ৰতাপসিংহৰ দিনত মুকলি ভাবে আজান দি নামাজ পঢ়াত বাধা আছিল বুলি এড্‌ৱাৰ্ড গেইটে উল্লেখ কৰিছে—'The Mahammedans who had come from Islamic land were engaged in the performance of prayers and fastings, but were forbidden to chant the call to prayers or publicly recite the words of god.'

(খ) অসমীয়া লোক-সাধাৰণৰ মাজত এষাৰ কথাৰ প্ৰচলন আছে—

অজান ফকিৰেও কয়,
দিন গলে ৰাতি হয়।

অভিধান ৰচয়িতা হেমচন্দ্ৰ বৰুৱায়ো হেমকোষত ইয়াৰ উদ্ধৃতি দিছে (হেমকোষ ১৯৫৫ চনৰ মুদ্ৰণ, পৃষ্ঠা ১১)।

শব্দটো যদি 'অজান' হয়, তেন্তে তাৰ এটা সম্পূৰ্ণ স্বকীয়া অৰ্থ হয়। কিন্তু 'ফকিৰ' শব্দই অজান বা আজান বোলা এজন ব্যক্তিৰ উল্লেখ কৰে। অজান ফকিৰ বুলিলে নিচিনা নজনা কোনোবা ফকিৰ বুলি ধৰিব লগীয়া হয়। তেতিয়া 'অজান' বিশেষ্য নহৈ বিশেষণহে হয়।

প্ৰকাশ্যে আজান দি নামাজ পঢ়াৰ ব্যৱস্থা কৰাৰ কাৰণে চাহ মিলন চাহেবৰ নাম 'আজান' হোৱা সম্ভৱ। অসমত এই নামেৰেই আজান চাহেব সুপৰিচিত।

(গ) **চাহ মিলন** ঃ—কেইবাটাও জিকিৰত আজান ফকিৰৰ নাম চাহ মিলন বুলি পোৱা যায়। বহুতৰ মতে চাহ মিলনেই আজান চাহেবৰ আচল নাম। 'আজান' নামটো তেওঁৰ তখল্লুচ বা কবি, নাম। চাহ মিলন বুলিলে-মিলন শব্দটোক আৰবী বুলি ধৰিলে কোনো অৰ্থ নহয়। অৱশ্যে অসমৰ চৈয়দ সকলৰ ভিতৰতো চাহ জঙ্গলী, চাহ কলীয়া, চাহ মলীয়া আদি অসমীয়া নাম আছে। মূলৰ চাহ মীৰাণ (পূৰ্ণ অৰ্থযুক্ত) শব্দই অসমীয়াত চাহ মিলন ৰূপ লোৱাটো অসম্ভৱ নহয়। 'ৰ' ললৈ আৰু 'ল' ৰলৈ পৰিবৰ্ত্তিত হোৱাটো এটা সাধাৰণ কথা। গতিকে বাগ্দাদৰ চাহ মীৰাণ অসমত চাহ মিলন হৈ পৰিছে বুলি ভাবিবলৈ বিশেষ অসুবিধা নহয়। (জিকিৰৰ ভিতৰত চহৰ-বান্দুৱে 'চা'বান' ৰূপ লৈছে)।

আজান চাহেব তথা অসমৰ চৈয়দসকলৰ পীড় আৰু খোন্দাকাৰ পীড়ৰ পূৰ্ব্বগামী গুৰুসকলৰ বিষয়ে জনা যায়। একে গৰাকী পীড়ৰে কেইবাজনো মুৰিদ বা শিষ্য থাকিব পাৰে। আন হাতে কোনো এজন মুৰিদে নিজৰ পীড় এৰি অন্য নাইবা একে সময়তে একাধিক গুৰুৰো দীক্ষা পাব পাৰে। আজান পীড় আৰু খোন্দকাৰ পীড় উভয়ৰে পূৰ্ব্ব গুৰু খাজা নিজামুদ্দিন আউলীয়া। গতিকে এই দুয়ো ঘৰেই চিস্তীয়া নিজামীয়া পন্থাৰ অনুবৰ্ত্তী। আজান চাহেবৰ যিসকল গুৰুৰ নাম পোৱা গৈছে তেখেতসকল যে অসমলৈ অহা নাছিল তাৰ উল্লেখ জিকিৰত আছে ঃ—

পৰদেশলৈ ( অসম ) আজান চাহেব অন্য ঠাইৰপৰাহে আহিছিল।

ভিখাৰী আজানে কয় আহো পৰদেশ।

কিন্তু বঙ্গদেশৰ পীড়সকলৰ মাজত তেখেতৰ নাম পোৱা নেযায়। বিদ্যাপতিৰ সত্যনাৰায়ণ পাঁচালীত যিসকল প্ৰসিদ্ধ স্থানীয় পীড়ৰ নাম আছে তাৰ মাজতো আজান চাহেবৰ নাম নাই।

হইআ, বান্দাৰ বান্দা নুঙাইয়া শিৰ
বন্দিব বড়খাঁ গাজী পীড় দস্তগীৰ !
একদিলে বন্দিব দৰদস্তী পীড়।
বড়খাঁ গাজীৰ যেই কৰিল জাহিৰ।
আজমিৰ সহৰে বন্দিব আজমেৰি,
মাইতালায় বিবি বন্দো সৈয়দেৰ নাৰী।
বন্দিব পীড়েৰ পাশে পীড় চুফী খান ;
পালু আৰ বিচে যাৰ ৰহেত মোকাম।
শাহা ইস্মাইল গাজী গড় মান্দাৰনে,
যাৰ নাম জাহিৰ তামাম লোকে জানে।
বন্দিব দফৰ খাঁ গাজী ত্ৰিবেণীৰ ঘাটে,
মিঞা মেৰ বন্দিব খৰমপুৰ পাটে।
বন্দিব সকৰগঞ্জ ত্ৰিবেণীৰ পাৰ,
একে একে বন্দো যত পীড় দুনিয়াৰ।
হিন্দু হৈয়্যা পীড়েৰ মহিমা কিবা জানি,
হুকুম হইল যেমন ৰচিব তেমনি।



ইয়াত আজান চাহেব আদিৰ নামৰ উল্লেখ নাই ; প্ৰধানতঃ বঙ্গৰ স্থানীয় পীড় সকলৰহে কেইজনমানৰ নাম আছে।

নগাৰঁৰ পুৰণিগুদামৰপৰা উদ্ধাৰ কৰা এখন বংশাৱলীৰ মতে আজান চাহেবৰ পিতৃৰ নাম আছিল হজৰত চৈয়দ আউজ জাহান আৰু আজান চাহেবৰ নিজ নাম আছিল হজৰত চাহ চৈয়দ মইনুদ্দিন। অন্যান্য চজ্ৰা ( বংশাৱলী ) বা চিল্চিলাত এই নাম পোৱা নাযায়।

অসমৰ কোনো প্ৰকাশিত বুৰঞ্জীত আজান চাহেবৰ নাম অথবা কাৰ্য্য-কলাপৰ উল্লেখ নাই। তেখেতৰ কাৰ্য্যাৱলী ধৰ্ম্ম প্ৰচাৰ ক্ষেত্ৰত ব্যস্ত আছিল, সি ৰাজনীতি ক্ষেত্ৰত বিস্তাৰ লাভ কৰা নাছিল ; নহলে হয়তো তেওঁৰ বিষয়ে উল্লেখ পোৱা গলহেঁতেন। মুছলমান পীড় কেগৰাকীৰ বিষয়ে তেওঁৰ ভকতসকলে ৰচনা কৰা দুই এটা জিকিৰত বাহিৰে কোনো ৰচিত পুথি আদিও পোৱা নাই। মাত্ৰ গুৰুমাহাত্ম্য হিচাবে তেখেতৰ জীৱন আৰু কাৰ্য্যাৱলী সম্পৰ্কে দুই চাৰিটা কথা পোৱা যায়। অৱশ্যে সেইকেইটা সৰ্ব্ববাদীসন্মত বুলি সকলোৱে বিশ্বাস কৰে। সেইবোৰক ( কোনো ক্ষেত্ৰত অলৌকিক হলেও ) অসমৰ সকলো মুছলমানেই বিশ্বাস কৰি আহিছে।

## আজান চাহেব কেতিয়া অসমলৈ আহিছিল ?

আজান চাহেব বাগ্দাদৰ মানুহ আছিল বুলি শুনা যায় তেওঁৰ জিকিৰত চুফী দৰ্শনৰ যি প্ৰভাৱৰ নিদৰ্শন পোৱা যায় সি তেওঁৰ ফাৰ্চী চুফী সাহিত্যৰ লগত ঘনিষ্ঠ পৰিচয় থকাৰ আভাস দিয়ে। জালালুদ্দিন ৰুমী, হাফিজ, চাদি আৰু ছমছে তব্ৰেজৰ কাব্য আৰু চুফী দৰ্শন আৰু ভাৱধাৰাৰ প্ৰভাৱ মাজে মাজে দেখা যায়। বিশেষকৈ আকল আৰু দলিল লৈ ( reason, revelation ) চুফী কবিসকলৰ মাজত যি সূক্ষ্ম আলোচনা দেখা যায় অসমীয়া জিকিৰবোৰত সেই বিষয়ৰ আলোচনা আছে।

আকলৰ দৰিয়াত পৰি তলে গলো
তৰিবৰ নললো চিন।

ইলিম পঢ়ি পঢ়ি তত্বক হেকুৱালে
কালামৰ বিচাৰে সাৰ,
আপোনাৰ মহা ভাৰ আপুনি চিনিলে
পৰৱ খাইছিলে ধাৰ।—ইত্যাদি

কোৰাণ, হদিচ, ছৰা, ছৰিয়ত, চুফী দৰ্শন, কাব্য আদিৰ পূৰ্ণ জ্ঞান লৈ এই আজান চাহেব অসমলৈ কিমান বয়সত আহিছিল ?

এঠাইত আছে—

ভাটীৰ পৰা আহিল চাহেব
আটাই ডাড়ি পকা।

আজান চাহেবৰ নিজৰ ৰচনাত আছে—

ভিখাৰী আজানে কয় আহো পৰদেশ,
বিনা গুৰুৰ মুখে কেৱে নাপায় নামৰ ভেদ।

তদুপৰি ৰচনা কৰা জিকিৰবোৰৰ ভাৱৰ গাম্ভীৰ্য্য আৰু দাৰ্শনিকতাই এইবোৰ এগৰাকী বয়স্থ লোকৰ ৰচনা বুলি ইঙ্গিত দিয়ে। ইপিনে তেখেতে আহি অসমতে অসমীয়া ছোৱালী বিয়া কৰাইছিল, তেখেতৰ তিনিজন পুত্ৰ (চাৰিজন ?) আৰু এগৰাকী জীয়েকো হৈছিল বুলি জনা যায়। গতিকে এনে ধাৰণা হয় যে ইচ্‌লামৰ ইতিহাস, দৰ্শন, চুফী কাব্য আদিৰ বিষয়ে অধ্যয়ন শেষ কৰি ধৰ্ম্ম প্ৰচাৰৰ কাৰণে অন্ততঃ ২৫।৩০ বছৰ বয়সৰ পিচত আজান চাহেব অসমলৈ আহে। ৰূপাই দা ধৰাই আজান ফকিৰ মোগল ৰজাৰ গুপ্তচৰ বুলি যি কথা লগাইছিল সিও তেওঁৰ বয়সৰ ইঙ্গিত দিয়ে যেন লাগে।

তেওঁ পোনে পোনেই বাগ্দাদৰ পৰা অসমলৈ আহিছিল নে দিল্লী, গৌৰ আদি ঠাইত বৈ বৈ আহিছিল জনা নেযায়। পোনে পোনে অসমলৈ বুলি আহিলেও আজান চাহেব বঙ্গদেশত কিছু দিন থাকি অহা যেন অনুমান হয়. কাৰণ তেওঁৰ পীড় চাহ আচৰফ চাহেব বঙ্গৰ চিস্তীয়া নিজামীয়া পন্থাৰ পীড় আছিল। সেই আপাহতে আজান চাহেব তেওঁৰ গুৰুৰ ওচৰত কিছুদিন থাকি অহা অসম্ভৱ নহয়।

বাগ্দাদী হিচাবে তেওঁৰ মাতৃভাষা আৰবী হোৱাই স্বাভাৱিক। কিন্তু জিকিৰ আদি ৰচনাৰ আগতে তেওঁ অসমীয়া ভাষা খৰচি মাৰি শিকি লৈছিল ; লগে লগে অসমীয়া বৈষ্ণৱ কাব্য, এই কাব্যৰ ৰচনা-ৰীতি, ছন্দ আদিও



ভালকৈ আয়ত্ব কৰিছিল। আৰবী আৰু ফাৰ্চী মাত্ৰাবৃত্ত ছন্দৰ ঠাইত অসমীয়াৰ অক্ষৰবৃত্ত ছন্দত পাৰদৰ্শিতা দেখুৱাত তেওঁৰ ঐকান্তিকতাৰে নিদৰ্শন পোৱা যায়।

তদুপৰি তেওঁ অসমীয়া লোক-সাধাৰণৰ প্ৰিয় বৰাগী-গীত, দেহ-বিচাৰৰ গীত, ওজাপালি বা অন্যান্য গীত আদিও অধ্যয়ন কৰিছিল—মৌখিকভাবে হলেও, আৰু তাৰ পিচত কথাই কামে অসমীয়া হৈ যোৱাৰ পিচতহে অসমীয়া জিকিৰ ৰচনা কৰিবলৈ লৈছিল।

মজনুদিল ফকীৰৰ ৰচনাত সামান্য পুৰণি ঠাঁচৰ আভাষ পোৱা যায়। আজান চাহেবৰ ৰচনা তাৰপৰা মুক্ত। তেওঁৰ ভাষা শুদ্ধ আৰু নিভাঁজ। অসমীয়া, আৰবী, ফাৰ্চী আদি শব্দ যথেষ্ট সংখ্যক ব্যৱহাৰ কৰিলেও ৰচনা-বোৰৰ অসমীয়া জতুৱা ৰূপটো ক'তো মলিন হোৱা নাই। আৰ্য্যা আদি কিছুমান ৰচনা তেওঁ আৰবীৰপৰা অনুবাদ কৰিছিল,—

গড়গাওঁ নগৰ আহোম ৰজাৰ ৰাজ্যত
আৰবীৰ পৰা তৰ্জমা হ'ল অসমীয়া মাতত।

(শৰাগুৰি চাপৰিত থান পাতি থাকিবলৈ লোৱাৰ পূৰ্ব্বে আজান চাহেব গড়গাৱঁত আছিল।) উক্ত উক্তিয়ে তেওঁৰ যে আৰবী ভাষাত পূৰ্ণ পাণ্ডিত্য আছিল তাৰে প্ৰমাণ দিয়ে, আৰু এই আৰবীৰেপৰা কিছুমানৰ পোন-পটীয়া আৰু কিছুমানৰ ভাবানুবাদ তেওঁ অসমীয়ালৈ কৰিছিল। তেওঁ লিখা-পঢ়া একো নেজানিছিল বুলি কোনো কোনোৰ যি ধাৰণা সি ভ্ৰমাত্মক।

মমিনে মমিনে চেনেহা চেনেহি
চকুৱে চকুৱে বেথা,
নপঢ়া ফকিৰে কৰবলৈ ধৰিছে
আদি কলমৰে কথা।

—আদি উক্তিয়ে অন্য কবিৰ দৰে, কবিৰ নম্ৰতা মাথোন ব্যক্ত কৰিছে। ইয়াৰ আক্ষৰিক অৰ্থ ললে ভুল হব যেন লাগে। তেওঁৰ ৰচনাৱলীৰ পৰা বুজা যায় যে আজান ফকিৰ কোৰাণ, হদিচ, তচৱৱফ (দৰ্শন), কাব্য আদিত সুপণ্ডিত আছিল।

## অসমত আজান ফকীৰ

গড়গঞা অসমীয়া শুদ্ধ অসমীয়া, গড়গাওঁ ৰজাৰ ৰাজধানী, আৰু সেই দেখি ইয়াত অন্যান্য সুযোগ-সুবিধাও সৰহ। আজান চাহেবে প্ৰথমতে আহি এই গড়গাৱঁতে থাকিবলৈ লয়। অসমীয়া ভাষা তেওঁ ইয়াতে শিকিছিল বুলি অনুমান হয়। শুদ্ধ ইচ্‌লামৰ ৰীতি-নীতি প্ৰচাৰ কৰি আজান আৰু ভায়েক নবী চাহেবে গড়গাৱঁতে নতুন ভকত লৈ আছিল। উজনীখণ্ডৰ মানুহে ক্ৰমে তেওঁৰ অনুৰক্ত হৈ তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিবলৈ আৰম্ভ কৰে। অনুমান গড়গাৱঁতে তেখেতে ৮।১০ বছৰ কাল অতিবাহিত কৰিছিল, আৰু অসমীয়া ভাষা আয়ত্ব কৰি তাতেই জিকিৰ দুই-চাৰিটা ৰচনা কৰিছিল। তেওঁলোকৰ কোনো স্থায়ী ঘৰবাৰী নাছিল, দিখৌৰ পাৰৰ বাহৰতে মছজিদৰ আশে পাশে ফকীৰৰ বেশে কালাতিপাত কৰিছিল। মাজে মাজে অন্যান্য ঠাইৰ মুছলমানসকলৰ বা অন্যান্যৰ মাজলৈ গৈ ধৰ্ম্মৰ গীত-মাত শুনাইছিল।

মাগি খাইছিলে গৰীয়া ফকিৰ
ৰূপাইক নো কৰিলে কি।…

গাতে আঁৰি ললে আল্লাই দিয়া শিলিখা
বগলত আঁৰিলে ঝুলি,
গঞা চুবুৰীয়াই চায় জুমি জুমি
আজানক ধৰিলে বুলি।

গৰীয়া ফকীৰৰ গাত 'শিলিখা' ( খিৰকা বা ফকীৰ সন্ন্যাসীৰ বেশভূষা ), বগলত ঝুলি ( কাষলতিত মোনা ), আৰু মাগি খাই ফুৰিছিল। ইয়াত থকা কালতে তেখেতে আহোমৰ উচ্চ বংশৰ এগৰাকী ছোৱালীও বিয়া কৰায়। সন্তানাদিৰ জন্মও গড়গাৱঁত থকা কালছোৱাতে হৈছিল বুলি ধৰিব পাৰি। তেখেতৰ পৰিবাৰ দুগৰাকী আছিল যেন অনুমান হয়, এটা জিকিৰত তাৰ ইঙ্গিত আছে। পুতেক তিনিজন আছিল—চাহ খোৱাজ, চাহ মীৰকাচিম, আৰু চাহ মাচুম, ( কোনোৰ মতে চাৰিজন—চাহ কুতুব )। ( দৰঙ্গীত ? ) সেই সময়তে ৰূপাই দা ধৰাৰ বৰ প্ৰতিপত্তি, ৰূপাই মন্ত্ৰী—ফতুলা সমগোত্ৰীয় বিষয়া।

দৰঙ্গীৰ প্ৰজাবোৰক ভকত কৰাওঁতা পীড় নোহোৱা হ'ল, ( সকলো মুছলমানেই মুছলমান যদিও, সকলো ভকত নহয়। ভকত হবলৈ এগৰাকী গুৰুৰ ওচৰত দীক্ষা গ্ৰহণ কৰিব লাগে। ) মানুহবোৰ কাফিৰ হৈ গৈছে।



আজানৰ দুভাইক মাতি পঠালে ভকত কৰাবৰ বাবে। আশ্বাস দিলে—"আমি সজাই দিম থান।" আজান আৰু নবী চাহেবে শুকুলী আৰু পাৰৈ বোলা দুখনি নাৱেৰে দিখৌৰেদি ভটীয়া সোঁতত যাত্ৰা কৰিলে—বৰ উলাহেৰে। "পাখি ভাবি মাৰিলে আজানৰ দুভায়ে"—যেন উৰি গৈ দৰঙ্গত পৰিবগৈ, দৰঙ্গী খৰঙ্গীৰ ভকতক আজান চাহেবে হাত ফুৰাই ভকত কৰিলে।

সাত গৰু কাটি ৰূপায়ে চিৰিণী পাতিলে! ফতুলাই ক'লত ৰূপাই হাতীত উঠি আহিল আজান চাহেবক মাতিবৰ কাৰণে। ৰূপাই গৰ্ব্বী, আজান চাহেবে তাৰ কাৰ্য্যত অপমান বোধ কৰিলে, অন্য বাহন নেপাই তেওঁ ৰূপাইৰ ঘৰত চিৰিণী খাবলৈ যাবৰ কাৰণে ঘৰৰ মূঢ়তে জাপ মাৰি উঠিল, আৰু কলে, "ৰূপাই তইতো হাতীতে উঠি আহিলি। মোক যদি নিবলৈ আহিছ, কান্ধত কৈয়ে নে।" গুৰুৰ দোৰোহী ৰূপায়ে অপমান পালে ; আৰু উচাত মাৰি গুচি গৈ ৰজাত গোচৰ দিলেগৈ, "ভঙুৱা-আফুৱা, দুগোটা ফকিৰে ভাঙ্গে মহম্মদী ছৰা।" দিনটোত তিনিবেলি ৰূপায়ে ৰজাত গোচৰ দিলে, তেও ৰজাই কাণ নকৰিলে, অগত্যা ৰজাই নিজৰ গাত দোষ নপৰিবৰ কাৰণে ৰূপাইকে যি মন যায় কৰিবলৈ দিলে—

ৰজাৰ নধৰিবি দায় ৰূপাই তই,
গুৰুৰ নধৰিবি দায়।
পিতৃ-মাতৃৰ দায় নধৰিবি
ধৰিবি ভকতৰ দায়।

এই নিৰ্দ্দেশ পাই ৰূপায়ে তলতীয়া সৈন্য আদি লৈ আজান আৰু নবী চাহেবে কোৰাণ পঢ়ি থকা ঠাইতে ঘৰ বেঢ়া দিলে ; আজান আৰু নবী চাহেব বন্দী হ'ল। ৰূপাইৰ বন্দী হিছাবে তেওঁলোকক আনি চুণপোৰা দুৱাৰত বন্দী কৰি ৰখা হ'ল। কিন্তু অকল বন্দী কৰিয়েই ৰূপাই ক্ষান্ত নেথাকিল। দৰঙ্গীত তাৰ প্ৰতিপত্তি লঘু কৰাৰ পোতক তুলিবৰ কাৰণে সি আজান চাহেবৰ চকু কঢ়াবৰ ষড়যন্ত্ৰ কৰিলে, কিন্তু ৰজাৰ আদেশ নহলে এনে শাস্তি বিহিব নোৱাৰে, গতিকে ফতুলাইৰ হতুৱা ৰজাত লাগনি দিলে। ফতুলায়ে ৰজাৰ লাগনি ৰূপ চাৰি টকা ৰজাক ভেটিলেগৈ। ভেটি পাই, আৰু ফতুলায়ে লগোৱা কথা শুনি, 'একো সোধ নললে স্বৰ্গী মহাৰজাই নজৰ কাঢ়িবলৈ দিলে'। ৰাজাজ্ঞাৰ বিষয়ে জানিব পাৰি আজান চাহেবে নিজৰ চকু কাঢ়িবৰ কাৰণে এজোৰ এৱা চৰু আনিবলৈ কলে, আৰু এই এৱা চৰুজোৰ হাতত লৈ তেওঁ আল্লালৈ

মুনাজাত ( প্ৰাৰ্থনা ) কৰিলে, দুয়োটি চকু আপুনি সৰি পৰিল, আজান চাহেব অন্ধ হ'ল। তেওঁ ৰজাৰ বিষয়াৰ হতুৱা চকু নকঢ়ালে, কাৰণ তেতিয়া হলে—"মৰিব বায়ত লোক পুৰি।"

অসমৰ সত্যাশ্ৰয়ী কবি, প্ৰথম পীড় আজান চাহেবে এই দৰেই ধৰ্ম্ম আৰু সত্যৰ বেদিত দুষ্প্ৰাপ্য চকু দুটি দান কৰিলে।

আলোচ্য কথা হ'ল—ৰূপাইৰ আজান চাহেবৰ প্ৰতি এই বিৰোধাচৰণৰ কাৰণ কি ?

হয়তো দৰঙ্গী প্ৰজাৰ মাজত দা' ধৰা ৰূপায়েই আছিল প্ৰতিপত্তিশালী মুছলমান বিষয়া। হয়তো সেই অঞ্চলত ৰূপাই অপ্ৰতিদ্বন্দ্বী আছিল। আজান চাহেব গড়গাওঁত থকালৈকে ৰূপাইৰ প্ৰতিষ্ঠা বা প্ৰভাৱ হ্ৰাস হোৱা নাছিল। কিন্তু যেতিয়া দৰঙ্গী প্ৰজাৰ নিমন্ত্ৰণ ক্ৰমে তেওঁ দৰঙ্গী খৰঙ্গী লোকৰ মাজত গুৰু হিছাবে প্ৰতিষ্ঠা লাভ কৰিলে তেতিয়া নিজৰ স্বাৰ্থত ৰূপায়ে আজানৰ দুভাইক আঁতৰাবৰ প্ৰয়াস পালে।

আজান চাহেবক চিৰিণী খাবলৈ হাতীত উঠি মাতিবলৈ আহিও অপমান পালে, গতিকে ইয়াৰ প্ৰতিশোধ লোৱাৰ চেলু বিচাৰিবলৈ ধৰিলে।

ৰূপাই হয়তো সেই বিধৰ মুছলমান আছিল যাৰ বিষয়ে আজান চাহেবে স্থানান্তৰত আক্ষেপ কৰিছে। আজান চাহেবৰ সংস্কাৰে হয়তো সৰ্ব্বসাধাৰণ মুছলমানৰ সন্মুখত ৰূপাইৰ প্ৰকৃত ৰূপ প্ৰকাশ কৰি দিলেহেঁতেন। সেই দেখি ভঙ্গুৱা-আফুৱা ফকীৰে মোহম্মদী ছৰা-ছৰিয়ত ভঙ্গ কৰিছে বুলি আজান আৰু নবী চাহেবৰ বিৰুদ্ধে Sedition-অৰ গোচৰ তৰিলে।

জনশ্ৰুতিত আৰু এটা কথা আছে—আজান চাহেবে ছকুৰি ভকত লৈ নিতৌ অজু কৰি নামাজ পঢ়িছিল। অজু কৰি কাঠৰ খৰম পিন্ধি ছকুৰি ভকত সহ আজান চাহেব মছজিদত নামাজ পঢ়িবলৈ আহে—নিতৌ পাঁচ বাৰ, মছজিদৰ আশে-পাশে দিখৌৰ পাৰৰ হাবিত খৰমৰ খট্ খট্ শব্দ হয়। ৰূপায়ে ( ? ) এই কথাকে সাজি পাৰি স্বৰ্গদেৱক লগালে যে আজান ফকীৰ বিদেশী মানুহ, আচলতে তেওঁ মোগল ৰজাৰ গুপ্তচৰ। হাবিত মোগল ঘোঁৰা চৰাৰ সৈন্য লুকাই ৰাখিছে আৰু ৰাজধানী দখল কৰি দেশৰ গৰাকী হবৰ চল-চেলু বিচাৰিছে। এনে কথাত পতিয়ন যোৱাটো মোগলৰ লগত অসদ্ভাৱ চলি থকা সময়ত অসম্ভৱ নাছিল।

এনে ৰাজনৈতিক শঙ্কা-সন্দেহৰ ওপৰত স্বৰ্গদেৱে আজান চাহেবৰ চকু কঢ়োৱাটো অসম্ভৱ নহয়। কিন্তু যি কাৰণতেই নহওক, মূলত যে ৰূপাইৰ



প্ৰতিশোধৰ দুৰভিসন্ধিহে আছিল সি অকাট্য। ৰূপায়েও যদি আজান চাহেবৰ ক্ৰমবৰ্দ্ধমান জনপ্ৰিয়তাত কোনো ৰাজনৈতিক উদ্দেশ্য দেখা পাইছিল সেই কথা থিবাংকৈ কব নোৱাৰি।

আজান চাহেবৰ নিজৰ ৰচিত বুলি যিবোৰ জিকিৰ পোৱা গৈছে আৰু যিবোৰ তেখেতৰে ৰচনা বুলি ধৰিবৰ যথেষ্ট কাৰণ আছে, সেইবোৰত ক'তো তেখেতৰ জীৱনৰ এই শোকাবহ কাহিনীৰ উল্লেখ নাই। চকু কঢ়াৰ পূৰ্ব্বৰ ৰচিত জিকিৰ আৰু পৰৱৰ্ত্তী কালৰ জিকিৰৰ পাৰ্থক্য বিচাৰি উলিওৱা টান।

অকাৰণত গুৰু শাস্তি ভোগ কৰোৱাৰ কাৰণে আজান চাহেবে ৰূপাইক অভিশাপ দিলে বুলি জিকিৰ ৰচকে কৈছে। তেখেতৰ জীৱনী সম্পৰ্কীয় জিকিৰ তেখেতৰ নিজৰ ৰচনা নহয়, পৰৱৰ্ত্তী ৰচকৰ ৰচনা। যেনেকৈয়ে হওক, গুৰুৰ ব্যক্ত বা অব্যক্ত অভিশাপত ৰূপায়ে প্ৰাণ হেৰুৱালে, আৰু "কুকুৰাই নেপালে উৱা।" আনহাতে হিন্দু হলেও সমবেদনা জনোৱাৰ কাৰণে ( তাৰবে পাগুৰি ছিঙি হাতী বৰুৱাই মচিলে চাহেবৰ লোত )

আজান চাহেবে হাতী বৰুৱাক আশীৰ্ব্বাদ কৰিলে—

পুৰুষে পুৰুষে বিলয় খাই যাবি
ভাঙ্গোতা নহব তোক।

প্ৰচলিত কিম্বদন্তী অনুসৰি আজান চাহেবৰ চকু দুটা নি দিখৌত পেলালে। লগে লগে আৰম্ভ হল—"ওভোতা বান। দিখৌ উভতি বলে, হোলোং ঘৰ কাটি হৈ গ'ল, নগৰত চৰা খেলালে, হাতী বৰুৱাই ঘূৰি আহি ক'তো নেদেখিলে বাম, কেৱল 'আজানৰ দুভায়ে কোবাণ পঢ়িছিল, সেই ঠাইত দেখিলে বাম।"

আউলি বাউলি হৈ ৰূপাইৰ মাকে পুতেকৰ কাৰণে শাপমুক্তি ভিক্ষা কৰিলেগৈ, সোণো এচক, ৰূপো এচক দি। কিন্তু ফকীৰৰ বাক্যৰ স্খলন নাই, গতিকে আজান চাহেবে ঘূৰাই পঠালে—

সোণো নকৰিবা হানি ৰূপাইৰ মাক
ৰূপো নকৰিবা হানি,
তোৰ বৰ পুতেৰে কাটে বৰ গছ
আগত ঢালিছ পানী।

হাতী বৰুৱাই ৰাজ্যত আৰু দুৰ্য্যোগ নহওক, আৰু ৰাইজ ফকীৰৰ কোপৰ পৰা ৰক্ষা পৰক বুলি তেখেতৰ ওচৰত মাননি ধৰিলে।

লগে লগে ৰজাই আজান চাহেবৰ মাহাত্ম্য বুজি আৰু হয়তো অজানিত কোনো অপৰাধ লগোৱা হৈছে বুলি ভয় কৰি,—

শৰাগুৰি চাপৰি দিখৌ নৈৰ কাষৰি
ৰজাই সজাই দিলে মঠ।

আৰু হাতী বৰুৱাই—

চাউল চাৰি ভাৰ ভাৰীও চাৰিটা
বৰুৱাই লাগনি দিলে।

আজান চাহেবৰ এটা বেলেগ জীৱন আৰম্ভ হ'ল—শান্ত, সাত্ত্বিক, আত্মস্থ। শৰাগুৰি চাপৰিৰ নতুন মঠতে লগত ছকুৰি ভকত আৰু ৰজাঘৰৰপৰাই দিয়া লগুৱা-লিগিৰা আৰু চাউল-পাতৰ সহায়ত তেখেতে গীত-জিকিৰ আদি ৰচনা কৰাত মনোযোগ দিয়াৰ বেচি সুবিধা পালে।

আনহাতে তেখেত এখন সিদ্ধ পুৰুষ বুলি চাৰিউফালে জনাজাত হৈ পৰাত আৰু ৰাজ-অনুগ্ৰহ আৰু আশ্ৰয় লাভ কৰাত, তেখেতৰ ভক্ত আৰু অনুৰক্তৰ সংখ্যা বৃদ্ধি পাই আহিব ধৰিলে।

আগতে উল্লেখ কৰা হৈছে যে আজান চাহেব সম্পৰ্কীয় যি জিকিৰ পোৱা হৈছে, তাৰ ৰচক আজান চাহেব নিজে নহয়, তেখেতৰ কোনোবা বংশধৰ বা ভকত হে। এই গীতত চাৰিখন ঠাইৰ নামৰ উল্লেখ পোৱা যায়—

(১) গড়গাওঁ—য'ত আজান চাহেবে প্ৰথম অৱস্থাত বাহৰ কৰি আছিল।

(২) দৰঙ্গী—য'ত ৰূপাই দা ধৰা আছিল আৰু য'ত আজান আৰু ভায়েক নবীয়ে ভকত কৰিবলৈ গৈছিল।

(৩) চুণপোৰা ছুৱাৰ—য'ত আজান চাহেবক বন্দী কৰি ৰখা হৈছিল।

(৪) শৰাগুৰি চাপৰি—চকু কঢ়াৰ পিচত য'ত আজান চাহেবে বাহৰ কৰিছিল আৰু য'ত তেখেতৰ মাজাৰ (বা সমাধিক্ষেত্ৰ) আছে বুলি বহুতৰ বিশ্বাস।

ইয়াৰ ভিতৰত শৰাগুৰি চাপৰি সম্পৰ্কে অলপ কথা বিচাৰ কৰিব লগা আছে।

উল্লেখ আছে যে শৰাগুৰি চাপৰিত থাকোতে আজান চাহেবে সদায় এজোপা শুকান, লঠৰা আৰু মৰা শৰাগছৰ তলত বহি এবাদত (বা ঐশ উপাসনা) কৰিছিল। কিছুকালৰ পিচত এই মৰা শ'ৰা গছ ডাল-পাত মেলি পুনৰ জী উঠে, এই কাৰণেই আজান চাহেবক শ'ৰাগুৰীয়া দেৱান বুলি কবলৈ ধৰিলে, আৰু তেখেতৰ বংশৰ চৈয়দ সকলক শৰাগুৰীয়া দেৱান বোলা হয়।



কিন্তু অন্য মতে শ'ৰাগুৰি চাপৰিত ভকত সহ জীৱনৰ শেষ কালচোৱা কটোৱাৰ কাৰণে আজান চাহেবক শৰাগুৰীয়া দেৱান বোলা হৈছিল। আজান চাহেবৰ পৰা শৰাগুৰিৰ উৎপত্তি হ'ল নে শ'ৰাগুৰি চাপৰিত বসবাস কৰি থকাৰ কাৰণে আজান চাহেবৰ বংশধৰ সকল শৰাগুৰীয়া বুলি জনাজাত হল থিৰাং কৰিবলৈ অসুবিধা।

(আলোচ্য) জিকিৰৰপৰা জনা যায় যে আজান চাহেবৰ বদ্‌দোৱা বা অভিশাপত তিনি দিনৰ পিচতে, জেৰেঙাত ৰূপাইক কাটিলে। 'ৰূপাই গৰীয়াক' কটাৰ সম্পৰ্কে পূৰ্ব্বে উল্লেখ কৰা হৈছে। আজান চাহেবৰ ১৬৮৬ চনত (?) চকু কঢ়া হৈছিল, আৰু তেতিয়াৰ পৰা আজান চাহেব শৰাগুৰিৰ মঠত থাকিবলৈ লয়।

হাতী বৰুৱাৰ আজান চাহেবৰ প্ৰতি থকা সমবেদনাৰ প্ৰমাণ আমি পাইছো, এই হাতী বৰুৱা কোন থিৰাং কৰিব নোৱাৰি। কিন্তু তেওঁ সাধক পীড় বুলি আজান চাহেবক শ্ৰদ্ধা কৰিছিল।

আজান চাহেবৰ জন্ম ঠাইৰ বিষয়ে যি দৰে জনা নেযায়, সেইদৰে তেখেতৰ মৃত্যু ক'ত হৈছিল আৰু কোন ঠাইত তেখেতক দফন (সমাধিস্থ) কৰা হৈছিল এই বিষয়েও নিশ্চিতভাৱে কবলৈ টান। বৰ্ত্তমান ব্ৰহ্মপুত্ৰ আৰু দিখৌ নৈৰ সঙ্গমস্থল শৰাগুৰি চাপৰিতে তেখেতৰ মাজাৰ বা সমাধিক্ষেত্ৰ আছে বুলি বিশ্বাস কৰি আজি কেইবা বছৰৰপৰা মুছলমান সকল ইয়াত সমবেত হয়। কিন্তু এই শৰাগুৰিতে তেখেতক দফন কৰা সম্পৰ্কে অন্য মত পোষণ কৰিবৰ স্থলো নোহোৱা নহয়।

(১) আহোম আৰু মুছলমানৰ ৰণ লাগিল, ৰাজধানীৰ আশপাশৰ মুছলমান বিলাকে ভয় খালে, ৰক্ষা কৰিবৰ কাৰণে আল্লাৰ ওচৰত 'আমিন' ধৰিলে— এনে সময়তে (?) আজান আৰু নবী দুয়ো ভাই-ককাই দৰঙ্গৰপৰা হাজোলৈ গৈছিল, হয়তো আত্মৰক্ষাৰ প্ৰয়োজনতে।

বাঘ মাৰি ফকিৰে বাতৰি চলালে
ৰজালৈ দি গ'ল লেজু,
হাজোৰে মোকামত থাকোঁতে পীড় আল্লা
ৰজালৈ দি গ'ল খেজু।

হাজোৰ মোকামত থাকোঁতে পীড় আল্লা
চাপ তুলি কই গ'ল কল।

উপৰোক্ত কথাখিনিৰপৰা জনা যায় যে আজান চাহেব ভায়েকে সৈতে কিছু দিন হাজোত আছিল। হয়তো থিতাপিকৈ বাৰী-বাহৰ কৰি আছিল। তাৰ পিচত—

শনিবাৰৰ বেলিয়া দুপৰ চাই ড'ৰিয়া
চাহাব নবীয়া পৰে।
জাঁজীত আছিলে ৰবজনা ডেকা
তেওঁলৈ বতৰা দিলে।
জাঁজীৰ পৰা আহি বৰ জনা ডেকা
চাহেবৰ কাষতে বহে।

আজান চাহেবৰ ডাঙৰ পুতেক চাহ খোৱাজ চাহেব বাপেকৰ অসুখৰ বাতৰি লবলৈ জাঁজীৰ পৰা গৈ হাজো পালেগৈ—(?)

"শুকুৰবাৰৰ বেলিয়া দুপৰ চাই ড'ৰিয়া
চাহেব চুকাল বুলি ওলাল।
* * *
ৰাইজে ভকতে গুৰু মোচাফিৰে
মছিদৰ কাষতে থলে॥

উদ্ধৃত কথা খিনিক অবিশ্বাস কৰিবৰ যদি থল নাই, তেন্তে আজান চাহেবৰ মৃত্যু হাজোত হোৱা আৰু তাৰে কোনো মছজিদৰ কাষত তেখেতক সমাধিস্থ কৰা বুলি ধৰিব লগীয়া হয়। উল্লিখিত হাজোৰ মছজিদটো ক'ত আছিল ?

(২) চাহেব যায় আগত ভকত যায় পাচত
সোণাই পাৰতে ঘৰ,
তিন দিনৰ আগতে মুৰগে চেতালে
দিলতো পাইলে খবৰ।

কোনোৱে সোণানী পাৰতে বুলিও গায়। ইয়াৰপৰা জনা যায় যে মৃত্যুৰ তিনি দিনৰ আগতে তেখেতে 'মুৰগ' বা মৃত্যুৰ আগজাননী পালে, সোণাই পাৰত থকা সময়ত। সোণাই নৈ কোনখন ? সোণাই নৈ দুখন আছে, এখন নগাঁৱৰ জাঁজৰি মুছলমান গাৱঁৰ পশ্চিমত, আনখন ( পদ্মনাথ গোহাঁই বৰুৱাৰ বুৰঞ্জীমতে ) ৰূপহী মুখৰ পৰা আহোম স্বৰ্গদেৱৰ সুবিধাৰ কাৰণে দিখৌ মুখত পেলোৱা এখন সৰু নৈ, এই দ্বিতীয়খন সোণাইৰ পাৰতে আজান চাহেব শৰাগুৰীৰপৰা গৈ নিজ বাহৰত মৃত্যু-শয্যাত পৰে। এই মতে শৰাগুৰি চাপৰিৰ পৰা অলপ আঁতৰৰ সোণাই নৈৰ পাৰৰ নিজ ঘৰত পুত্ৰ-পৰিজনৰ মাজত আজান চাহেবৰ ইন্তেকাল অন্ত হয়।



মাঘে মহীয়া শনিবাৰৰ দিনা
ৰাতি চাৰি দাঁৰ যায়।
পুত্ৰ পৰিয়ালত দিলে সমিধান
চাহেব নিজ ঘৰে যায়।

ইয়াৰ মতে আজান চাহেবৰ মৃত্যু হয় মাঘমহীয়া শনিবাৰৰ ৰাতি চাৰি দাঁৰ যাওঁতে, কিন্তু আগত উল্লেখ কৰা জিকিৰৰ মতে তেওঁৰ মৃত্যু হৈছিল শুকুৰবাৰে দিনৰ চাৰি দাঁৰ যাওঁতে। উপৰোক্ত কোনটো কথা সত্য থিৰাং কৰিব নোৱাৰি।

তেখেতৰ মৃত্যুৰ দিন-ক্ষেণ সম্পৰ্কে যিদৰে বেলেগ বেলেগ বৰ্ণনা আছে সমাধি ক্ষেত্ৰ সম্পৰ্কেও তেনে বিভিন্ন বৰ্ণনা পোৱা যায়।

ভাটীৰ পৰা আহিল বৰডেকা
চাহেবৰ কাষতে বহিল।
ফুলাম বৰকাপোৰ গাত মেলি দিলে
কালতকৈ জেউতি চৰিল।
মছজিদত তুলি লৈ বয়ত লগালে
সকলো জামাতে গায়।

সোণাইপাৰৰ ঘৰত মৃত্যুৰ সময়ত মাঘ মাহৰ শনিবাৰৰ দিনা ইন্তেকাল হয়; আৰু ভাটীৰপৰা ডাঙৰ পুতেক খোৱাজ চাহেব আহি পায়হি। মছজিদতে ( শৰাগুৰিৰ নে সোণাই পাৰৰ গাৱঁত অন্য মছজিদ আছিল ? ) জানাজা হয়। যদি সোণাই পাৰৰ আজান চাহেবৰ বাহৰ থকা ঠাইত কোনো মছজিদ নাছিল—সেই সময়ৰ মুছলমানৰ ক্ষীণ বসতিৰ দিনত তিনি মাইলৰ ভিতৰত দুটা মছজিদ নথকাও সম্ভৱ, কাৰণ শৰাগুৰিত মছজিদ আছিল, তেন্তে তেখেতৰ শৰাগুৰি মছজিদতে জানাজা পঢ়াই মছজিদৰ কাষতে কবৰ দিয়া সম্ভৱ।

শৰাগুৰি চাপৰিত বৰ্ত্তমান যি ঠাইত তেখেতৰ 'মাজাৰ' আছে বুলি ৰাইজে জিয়াৰত উৰুচ আদিৰ ব্যৱস্থা কৰিছে তাত এটা মাটিৰ গড়ৰ ভগ্নাৱশেষ, মছজিদৰ ভেটিৰ চিন, পুখুৰী, এটা ডাঙৰ কবৰ আৰু দুটামান সৰু কবৰৰ চিন পোৱা যায়। এই ডাঙৰ কবৰটোকে আজান চাহেবৰ কবৰ বুলি বহুতে বিশ্বাস কৰিছে।

এয়ে তেখেতৰ কবৰ হলে, হাজোত তেখেতৰ মাজাৰ থাকিব নোৱাৰে।

নানা ঐতিহাসিক আৰু সামাজিক কাৰণত আজান চাহেবৰ নিচিনা এগৰাকী ঐতিহাসিক সিদ্ধপুৰুষৰ জীৱন-কাহিনী সঠিককৈ জানিবৰ উপায় নোহোৱা হৈছে। তেখেতে আৰু ভকতসকলে ৰচনা কৰি থৈ যোৱা অসমীয়া জিকিৰ-গীত আদিয়েই মাত্ৰ তেখেতৰ স্মৃতি জীয়াই ৰাখিছে। সেয়ে নোহোৱা হলে এই গৰাকী কবি, দাৰ্শনিক, সংস্কাৰক আৰু ধৰ্ম্মগুৰুৰ জীৱন কথা একেবাৰেই লোপ পালেহেঁতেন।

## অসমীয়া জিকিৰ

'জিকিৰ'ৰ (আৰবী জিক্ৰ্) শব্দগত অৰ্থ স্মৰণ কৰা, উল্লেখ কৰা, আল্লাৰ নাম, গুণ বা প্ৰশংসাৱলী পুনঃ পুনঃ উচ্চাৰণ কৰা। সাধাৰণ অৰ্থত যেই কোনো কথাৰ উল্লেখকে জিক্ৰ্ কৰা বুলি কলেও, জিক্ৰ্‌ৰ বিশেষ অৰ্থ আল্লাৰ নাম স্মৰণ কৰা, বিশেষকৈ পুণ্যাৰ্থে বা অন্তঃশুদ্ধিৰ কাৰণে ঈশ নাম সুঁৱৰি ধৰ্ম্ম জীৱন যাপন কৰা বুজায়। অন্যান্য ধৰ্ম্মৰ দৰে ইচ্‌লামতো আল্লাৰ নাম-মাহাত্ম্য সুঁৱৰিলে আত্ম-শুদ্ধি আৰু পুণ্যৰ পথত অগ্ৰসৰ হোৱা যায় বুলি সকলোৱে বিশ্বাস।

ইচ্‌লাম ধৰ্ম্মৰ মূল ভিত্তি পাঁচোটা:—কল্‌মা, নামাজ, ৰোজা, জাকাত আৰু হজ। হজ অৰ্থাৎ মক্কাত তীৰ্থযাত্ৰা কৰা সেই সকলৰ ওপৰত অৱশ্য কৰ্ত্তব্য ৰূপে নিৰ্দ্ধাৰিত হৈছে যিবিলাকৰ আৱশ্যকীয় শক্তি-সামৰ্থ্য আছে। জাকাত প্ৰতি ব্যক্তিৰ বিশেষ পৰিমাণৰ সাঁচতীয়া ধনৰ বাবে আদায় দিব লগীয়া এক প্ৰকাৰৰ আৰ্থিক বৰঙনি; ৰোজা—ৰমজান মাহত স্বাস্থ্যবান পুৰুষ-নাৰীৰ অনশন ব্ৰত; নামাজ সকলো মুছলমানৰ প্ৰতি দিনে পাঁচ বাৰকৈ পালন কৰিব লগীয়া প্ৰাৰ্থনা বা উপাসনা। কল্‌মা—আল্লাহ্ এজন আৰু অদ্বিতীয় আৰু মোহম্মদ (দঃ) আল্লাৰ প্ৰেৰিত পুৰুষ বুলি কায়-মনে বিশ্বাস কৰি আল্লাৰ নাম লোৱা। এই কেটা কথা সকলো মুছলমান বয়সস্থ পুৰুষ আৰু নাৰীৰ ওপৰত সাধাৰণভাৱে ফৰজ (অৱশ্য পালনীয়)। সকলোৱে এইবোৰ পালন কৰাকে ছৰিয়তৰ নিয়মৰক্ষা কৰি চলা বুলিব পাৰি। কিন্তু যদিও ফৰজ বা চুন্নত নহয়, এইবোৰ কৰ্ত্তব্য ব্যক্তিগতভাৱে আৰু সামাজিকভাৱে পালন কৰাৰ উপৰিও, ওপৰঞ্চি বা অতিৰিক্ত আৰু কিছুমান পুণ্য কাম আছে। এইবোৰ কৰিবৰ কাৰণে সাধাৰণতে কোনো পীড় বা গুৰুৰ কাষত দীক্ষা লবলগীয়া হয়। তাকে মুৰিদ বা ভকত কৰোৱা বোলে। এনে ধৰণে কোনো পীড়ৰ নিৰ্দ্দেশত ধৰ্ম্মকামৰ কোনো বিশেষ প্ৰাৰ্থনা, উপাসনা আদিৰ যোগেদি মুক্তি বা মোক্ষ বিচৰাকে 'মাআৰিফত' বা গোপন আৰাধনা বুলি ধৰা হয়।

কিন্তু ছৰিয়তৰ বাহিৰে সৰ্ব্বসাধাৰণৰ কাৰণে সুকীয়াকৈ উপাসনা আৰাধনা আদি কৰা বা পীড়ৰ ওচৰত দীক্ষা গ্ৰহণ কৰাত বাধ্যতামূলক কৰা নাই। মাআৰিফত, তৰিকত, হকিকত আদি সাধন-মাৰ্গৰ উচ্চতৰ অৱস্থাত উপনীত হবৰ ব্যৱস্থা সকলোৰে কাৰণে নহয়।

কিন্তু আজান চাহেবে কেয়োপ্ৰকাৰ সাধনাৰ কথা উল্লেখ কৰিছে—

কলিমাৰ নাম সাৰথি জীউৰ লগে যায়
কলিমা হকিকত কলিমা ছৰিয়ত
কলিমা পঢ়িব পায়।

অৱশ্যে সমসাময়িক অসমীয়া মুছলমানৰ অৱস্থা, মতিগতি আদিলৈ লক্ষ্য ৰাখি তেখেতে কলিমা আৰু জিকিৰক খুব প্ৰাধান্য দিছে। "কলিত নামেই ধৰ্ম্ম"। বিশেষকৈ ভ্ৰষ্ট আৰু তৰলমতি মুছলমানক ইচ্‌লামী নাম-ধৰ্ম্মত লগাই দিলেও মন ধৰ্ম্মৰ ফালে ঢাল খাব পাৰে বুলি আশা কৰি তেখেতে কল্‌মাৰ ওপৰত বৰ গুৰুত্ব আৰোপ কৰিছে। দুই চাৰিটা জিকিৰত অৰ্থান্তৰৰ স্পষ্ট ইঙ্গিত থাকিলেও সৰহ ভাগেই সহজ।

পূবেদি আই পছিমে ৰাই,
মইধত বৰহমৰ কুৰ।
কবলৈ ধৰিছে হকৰ মুৰছিদে
কলিমা জিকিৰৰ মূল॥

আজান চাহেবৰ জিকিৰবোৰক সাধাৰণতে দুটা বহল ভাগত ভগাব পাৰি। এভাগে ফৰজ, চুন্নত, ৱাজেব আদি কামবোৰ পালন কৰিবৰ কাৰণে শিক্ষা দিবৰ চেষ্টা কৰিছে; এইবোৰ সৰ্ব্বসাধাৰণৰ কাৰণে আৰু ইয়াৰ ভাষাও

সহজবোধ্য। সাধাৰণতে ইয়াত সুকীয়া দৰ্শন বা দাৰ্শনিক তত্ত্ব নাই, বা অতি কম, যথা—আৰ্য্যা আৰু কলিমা সম্পৰ্কীয় জিকিৰ আদি।

দ্বিতীয় বিধে মাআৰিফত, হকিকত আদিৰ গূঢ়াৰ্থ আৰু চুফী ধাৰণা বা আধ্যাত্মিক সাধনাৰ বিষয়ে আলোচনা কৰিছে। দ্বিতীয় বিধ জিকিৰৰ সাধাৰণ উপমা আদি সহজবোধ্য হলেও ভালেমানৰ গূঢ়াৰ্থ বুজিবলৈ টান। বঙ্গদেশৰ বাউল, মুৰ্চীদি গীত, মাআৰিফতি গান আদিত যিদৰে কোনো ইচলামিক বিষয়ৰ গীত ৰচনা কৰিবৰ বেলাও অনা-ইচ্লামী বিষয়-বস্তু সোমাই প্ৰতিপাদ্য বিষয়ক বা বক্তব্যক জটিল কৰি পেলায়, সেইদৰে কিছুমান অসমীয়া জিকিৰতো সমসাময়িক তান্ত্ৰিক, শাক্ত বা বৈষ্ণৱ কথা-কাহিনী সোমাই পৰিছে।

এই সংগ্ৰহৰ অন্তভু ক্ত সকলো গীতক জিকিৰ বোলা নেযায়। কিছুমানক সহজে জিকিৰ বোলা যায়। সেইবোৰৰ বক্তব্য কলমা বা নামৰ মাহাত্ম্য, ধৰ্ম্ম-জীৱনত তাৰ প্ৰয়োজন, কলমা অবিহনে পথভ্ৰষ্ট হোৱাৰ ভয় আদি। এই বোৰক ইচ্লাম ধৰ্ম্মৰ ভিতৰুৱা বুলি ধৰিব পাৰি।

আন কিছুমান ৰচনা দেহবিচাৰৰ গীতৰ শাৰীৰ ; সেইবোৰে দেহতত্ত্ব, দেহ আৰু আত্মাৰ সম্পৰ্ক, দেহ তথা সংসাৰৰ অনিত্যতা আৰু নশ্বৰতা আদিৰ কথা সোঁৱৰাই দি সজ পথলৈ আহ্বান জনাইছে। অৰ্থ জটিল হলেও, সকলো-বোৰ ৰচনাৰে ভাষা সহজ আৰু সৰল। উপমা আদি ঘৰুৱা, ছন্দও সহজ আৰু সেই সময়ৰ অসমীয়া নিৰক্ষৰ জনসাধাৰণে সহজে গ্ৰহণ কৰিব পৰা। এই জিকিৰবোৰ কেতিয়াবা লিপিবদ্ধ হৈছিলনে নাই তাক জানিবৰ উপায় নাই। হয়তো ৰচকসকলে এইবোৰ লিখিছিল, কিন্তু গায়কসকলে লিখিবলৈ নিদিয়াৰ কাৰণে পৰবৰ্ত্তী কালত এইবোৰ আৰু লিখা ৰূপত ৰখা নহল। মুখে মুখে চলি অহাৰ ফলত কিছু বিকৃত আৰু ওলট-পালট হৈছে।

সকলোবোৰ জিকিৰকে সাধাৰণ অসমীয়া মুছলমানে মাআৰিফতৰ কথা বা গূঢ়তত্ত্বৰ কথা বুলি ধৰে আৰু সেই দেখি লিখিবলৈ নিদিয়ে। লিখি প্ৰচাৰ কৰিলে এইবোৰৰ অৱমাননা কৰা হব বুলি বহুতে ভয় কৰে।

শিৱসাগৰ, নগাঁও আৰু লখীমপুৰ জিলাৰ মুছলমান গাওঁবোৰত জিকিৰ-জাৰী বৰ আগ্ৰহে গোৱা হয়। সাধাৰণতে বিয়া, ভোজ আদিত সমূহীয়া ভাৱে এইবোৰ গোৱা হয়। দিনত সাধাৰণতে নেগায় ; ৰাতি, বিয়া-ঘৰৰ বা ভোজ-ঘৰৰ চোতালত জিকিৰ গোৱা হয়। এজন গাতজনা ওজাই জিকিৰ



লগাই দিয়ে ; ১৫, ২০, ৩০ জন লোকে তেওঁৰ চাৰিউফালে ঘূৰি ঘূৰি, নাচি নাচি, আৰু হাত চাপৰি মাৰি জিকিৰ গায়। জিকিৰ গোৱা ঠাইত আশপাশৰ সকলো লোক সমবেত হয়। গোৱা শেষ হলে, ( সাধাৰণতে একেলগে এক ডেড় ঘণ্টাৰ বেচি গাব নোৱাৰে, কাৰণ নাচটো বৰ শক্তিশালী, মানুহবোৰো ভাগৰি পৰে ) গৃহস্থই আখৈ জলপান যি দিয়ে, সকলোৱে খাই বিদায় লয়। বেলেগ বেলেগ গাৱঁৰ গীত-জনা লোকে জিকিৰ গোৱাত যোগ দিয়ে। জিকিৰ-জাৰী গোৱা বাবে কোনো বানচ নলয়।

প্ৰতিটো জিকিৰ আৰু জাৰীৰ লগত ঘোষা বা অস্থায়ী ধ্ৰুশাৰীমান পদ থাকে। ওজাজনে লগাই দিয়াৰ লগে লগেই বাকী সকলোৱে এই ঘোষা কাঁকি গায়। মূলৰ কথাখিনি প্ৰায়ে ওজাই অকলেই লগাই দিয়ে ; কোনো কোনো ঠাইত বিয়া আদিত জিকিৰ-জাৰী গোৱা শেষ হলে, সকলোৱে মিলি 'মুনাজাত' কৰাৰ বা আল্লাৰ ওচৰত দোৱা কৰাৰ বা গৃহস্থক আশীৰ্ব্বাদ কৰাৰ প্ৰথা আছে। তাৰ পিচত আখৈ আদিৰে গাওঁতাসকলক বিদায় দিয়ে।

কোনো কোনো ঠাইত নমচাকৈও জিকিৰ গায়। এনেদৰে গালে গায়ক সকলে গীতৰ গতি (Tempo) ঠিক ৰাখিব নোৱাৰে আৰু প্ৰায়ে ভুল হয়। বহুত বয়সস্থ তিৰোতা মানুহেও জিকিঁৰ জানে আৰু গায় ; তেওঁলোকে নেনাচে।

কোনো কোনোৱে ভাবে যে আজান চাহেবে ধৰ্ম্ম সংস্কাৰ আৰু প্ৰচাৰৰ কাৰণে নৃত্য-গীত আদিৰ যোগেদি জিকিৰ গোৱাৰ ব্যৱস্থা কৰিছিল। কিন্তু আগতে আমি দেখিছো যে নচা, হাত-চাপৰি বোৱা আদিক জিকিৰৰ আনুষঙ্গিক কৰি লোৱাৰ বিৰুদ্ধে আজান চাহেবে কঠিন মন্তব্য কৰিছে ; তেখেতে নাচৰ পৰিবৰ্ত্তে ইচলামী পদ্ধতিত জিকিৰ আদি গোৱাৰ বিধি প্ৰচলনৰহে চেষ্টা কৰিছিল যেন লাগে। হয়তো সংস্কাৰক হিছাবে তেওঁ দুৰ্ব্বল নহলেও অকলশৰীয়া আছিল ; তদুপৰি তেওঁ মুছলমানৰপৰাই শক্তিশালী বিৰোধৰ সন্মুখীন হব লগীয়া হৈছিল। আনহাতে তেখেতৰ পূৰ্ব্বৰে পৰা জিকিৰ-জাৰী আদি নাচি নাচি গোৱাৰ প্ৰথা চলি আহিছিল। হয়তো এই নাচ-গানৰ ৰীতিৰ কিছু অংশ আগতে অহা 'গৰীয়া' বিলাকে গৌৰ অথবা উত্তৰ ভাৰতৰ অন্য ঠাইৰপৰা আনি অসমত প্ৰবৰ্ত্তন কৰিছিল, আৰু বাকী অংশ অসমীয়া যিসকল মুছলমান হৈছিল, তেওঁলোকৰ ওজাপালি, হুচৰি, বিহু নাচ আদিৰ পৰা সোমাই পৰিছিল। এই নাচ অতি জনপ্ৰিয় হোৱাৰ কাৰণেই হয়তো নাচ-গানপ্ৰিয় অসমীয়া মুছলমানে তাক নিজৰ আপোন কৰি লৈছিল ; আৰু আজান

চাহেবৰ সংস্কাৰৰে পিছতো সি আজিও একেদৰে চলি আহিছে। জিকিৰ আৰু মৰ্চিয়াৰ নাচ গহীন আৰু মাৰ্জিত, গতিকে সেইবোৰৰ বিৰুদ্ধে গোড়া মুছলমান সকলেও বিশেষ বিৰোধৰ সৃষ্টি কৰিব পৰা নাই।

জিকিৰ আৰু জাৰীৰ নাচৰ প্ৰসঙ্গত এটা কথা আলোচনা কৰিবলগীয়া হয়। এই নাচবোৰ গুৰুসকলে গীতৰ আনুষঙ্গিক হিছাবে আৰু উপযোগা কৰি ৰচনা কৰিছিলনে, এই নৃত্যত ব্যুৎপত্তি থকা ন পুৰণি ভকতসকলেই গুৰুৰ অনুমতিক্ৰমে বা অজ্ঞাতে জিকিৰ-জাৰীৰ লগৰীয়া কৰি লৈছিল? গুৰুৰ বা পীড়ৰ অনুমতি বা অনুমোদন নোহোৱাকৈ জিকিৰৰ অঙ্গ হিচাবে (জাৰী নাচৰ কথা অলপ সুকীয়া কাৰণ জাৰী গোৱা ধৰ্ম্ম কামৰ ভিতৰুৱা কথা নহয়) নাচ প্ৰচলন হোৱা সম্ভৱ নহয় যেন লাগে। মহাপুৰুষ শঙ্কৰদেৱে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে অঙ্কীয়া নাট আৰু অন্যান্য নৃত্য-গীতৰ ব্যৱস্থা কৰি থৈ নোযোৱা হলে, হয়তো তেখেতৰ কোনো বৈষ্ণৱ শিষ্যই গুৰুৱে নকৰা তেনে এটা কাম কৰিবৰ সাহস নকৰিলেহেতেন। জিকিৰ নাচৰ লগতো তেনে কোনো পৰোক্ষ অনুমোদন নাছিলনে?

আজান চাহেব নিজে চুফী পন্থাৰ চিস্তীয়া নিজামীয়া তৰিকাৰ 'ৱলী' আছিল। কোনো কোনো চুফী পন্থাত 'হল্‌কা' বা মণ্ডলী গঠনৰ যোগেদি আধ্যাত্মিক গীত আদি গাই জিকিৰ কৰাৰ ব্যৱস্থা আছে। আজান চাহেবে এনেদৰে সমূহীয়া জিকিৰৰ ব্যৱস্থা কৰিছিল—

ছকুৰি ভকতে লয় আল্লাৰ নাম
মাছুৰি বনৰে কঠ।

মাছুৰি বনৰ কঠত বহি আল্লাৰ নাম লোৱা কথাবাৰে 'হল্‌কা' পদ্ধতিত জিকিৰ কৰাৰ ইঙ্গিত দিয়ে। কোনো জিকিৰৰ হাত চাপৰি মৰা আৰু বুকু চপৰিওৱাৰ প্ৰথাও আছে (জিকৃৰে জালালী)। কিন্তু ঠিয় হৈ ঘূৰি ঘূৰি নাচি জিকিৰ গোৱাৰ প্ৰথাৰ কিদৰে উদ্ভৱ হল বুজিবলৈ টান।

নাচৰ ঠাচ সকলো ঠাইতে একে নহয়; শিৱসাগৰ মহকুমাৰ খোজৰ লগত কাকজান, নাহৰণী আদি ঠাইৰ নাচৰ খোজ আৰু বোলৰ অমিল আছে। নগাওঁৰ জাজৰিত নচা জিকিৰৰ নাচো কিছু অন্য ধৰণৰ। তাৰ বোল-তাল আদি অসমীয়া লোক-নৃত্যৰ পৰা আহৰণ কৰা। কিন্তু লক্ষ্য কৰিব লগীয়া কথা যে জিকিৰ বিশেষৰ ছন্দৰ বা তালৰ লগত খাপ খোৱা নাচৰো সুকীয়া সুকীয়া ঠাচ আৰু বোল আছে। "হেলাতে মানৱী গলে ভোলামন" বোলা জিকিৰটো যি ক্ষিপ্ৰগতিত গোৱা হয়, "চাহাব এ আলি মৰতোজা ফাতিমা জগতৰ আইহে" বোলাটা তাতকৈ ধীৰ বোলৰ আৰু সুকীয়া ঠাচৰ। ইটো জিকিৰৰ সুৰ সিটোৰ লগত নিমিলে। ইমানবোৰ সুকীয়া আৰু ধুনীয়া সুৰৰ গীতৰ ৰচনা কৰাৰ পৰা আজান চাহেব এগৰাকী সুকণ্ঠ গায়ক আৰু সঙ্গীতজ্ঞ আছিল বুলি সহজে ধৰিব পাৰি। আৰবী আদি শব্দ প্ৰয়োগ কৰিও অসমীয়া সুৰত বিভিন্ন গীত ইমান নিপুণভাৱে ৰচনা কৰা কোনো পৰৱৰ্ত্তী গীতিকাৰ অসমীয়াত পোৱা নেযায়। পদ, ছবি, দুলড়ী, আদি ছন্দতে সৰহভাগ জিকিৰ ৰচনা কৰা হলেও সুৰ প্ৰত্যেকৰে বেলেগ বেলেগ। এই সুৰ-বৈচিত্ৰ্য জিকিৰৰ আন এটা প্ৰধান আকৰ্ষণ। এই জিকিৰ গীতবোৰৰ সুৰত উত্তৰ ভাৰতৰ সৰবৰহী কাওৱালী, কচিদা, গজল আদিৰ অথবা ধ্ৰুপদ, খেয়াল, ঠুংৰী আদিৰ প্ৰভাৱ দেখা নেযায়, প্ৰধান প্ৰভাৱ অসমীয়া ওজাপালি, দেহ-বিচাৰৰ গীত, বৰগীত আদিৰহে। এই জতুৱা ৰূপটোৰ কাৰণেই নিৰক্ষৰ গাওঁলীয়া মুছলমানেও সেইবোৰ আজিও পাহৰা নাই।



## জাৰী-গীত

পোনপটীয়াকৈ মৰ্চিয়া বা জাৰী-গীতবোৰ আজান চাহেবৰ ৰচনা বুলিব নোৱাৰি। কিন্তু ইচলামৰ ইতিহাস জনসাধাৰণৰ মাজত প্ৰচাৰৰ কাৰণে হজৰত আলি, বিবি ফতিমা, হাচেন, হুচেন, চহৰবাণু আদিৰ কাহিনী মৰ্ম্মস্পৰ্শী গীতেৰে কোৱাৰ সাৰ্থকতা আছে। তদুপৰি মূচা আৰু ফিৰাউনৰ কাহিনী, খোৱাজ, খিজিৰৰ কাহিনী, জিন্দাপীৰৰ কাহিনী, বৰপীড় চাহেবৰ কাহিনী আদি মুছলিম জগতৰ প্ৰিয় কাহিনী।

মৰ্চিয়া বা জাৰী-গীত কাৰবালাৰ কাহিনী অৱলম্বন কৰি ৰচনা কৰা হয়। অকল ভাৰতবৰ্ষতে নহয়, পৃথিবীৰ অন্যান্য মুছলিম সমাজতো কাৰবালাৰ কৰুণ কাহিনীক লৈ গোৱা বহুত গীত আছে। অসমতো আজান চাহেবৰ পূৰ্ব্বৰে পৰা মৰ্চিয়া বা জাৰী গীত গোৱা হৈছিল—

মৰ্চিয়া গীতক শুনি বান্দা
জাগে চৌপৰ ৰাতি।

চৌপৰ ৰাতিলৈ জাগি মৰ্চিয়া গীত শুনাৰপৰা গীতবোৰ যে বৰ জনপ্ৰিয় আছিল তাক সহজে বুজিব পাৰি।

জাৰী-গীত গোৱা ধৰ্ম্মৰ ভিতৰুৱা কথা নহয়—তথাপি ইয়াৰ প্ৰতি গভীৰ অনুৰক্তিৰ কাৰণ ইয়াৰ করুণ কাহিনী আৰু করুণ সুৰৰ গীতবোৰ। আজান চাহেবে সেইবোৰৰ জনপ্ৰিয়তা লক্ষ্য কৰিছিল।

এই মৰ্ছিয়া গীতবোৰৰ এটা কথা মন কৰিবলগীয়া। যি যি ঐতিহাসিক ব্যক্তি বা কাহিনীক লৈ এই গীতবোৰ ৰচনা কৰা হৈছিল, সেইবোৰে নিজৰ স্থানীয় ৰূপ সম্পূৰ্ণ হেৰুৱাই হাৰে হিমজুৰে অসমীয়া ৰূপ লৈছে। হজৰত আলি আৰু বিবি ফতিমাৰ বিয়া এখন অসমীয়া বিয়া, তামোল-পাণৰপৰা আৰম্ভ কৰি অসমীয়া বিয়াৰ ৰীতি-নীতি পৰ্য্যন্ত তাত সোমাই পৰিছে। জাৰী-গাতবোৰ জনপ্ৰিয় হোৱাৰ ইও এটা প্ৰধান কাৰণ।

জাৰী-গীতবোৰৰ ভাব করুণ, সুৰ তাতোকৈ করুণ। জাৰী নাচ জিকিৰ নাচৰ লগত নিমিলে। ইয়াত এটা বিলাপৰ সুৰ আছে, আৰু নাচোঁতেও ধীৰ খোজত বুকুত চপৰিয়াই আৰু হাত-চাপৰি মাৰি নাচে। বিশেষকৈ হাচেন, হুচেন, চহৰবানু আদিৰ গীতৰ সুৰ অতিশ্ৰয় মৰ্ম্মস্পৰ্শী কৰি গোৱা হয়।

কিনো বাবাৰ কিনো হাল,
চম্পাফুল যেন দুই গাল,
লহুত মিহলি হ'ল হায়, হায় ৰে।

নাইবা— চাবানৰ চুলি, কাৰবালাৰ ধূলি
মিহলি কৈলে খোদাই ঔ
আল্লা আল্লা।

আদিৰ দৰে করুণ সুৰৰ গীত অসমীয়াত বৰ বেচি নাই।

কিছুমান জাৰী-গীতৰ সুৰ করুণ হলেও বীৰত্ব-ব্যঞ্জক—

হায় হায় চোভানাল্লা
জান দিওঁ কাৰবালা,
সাতো হেজাৰ নূৰে, জাৰী কৰে,
আছে কোৰাণ, কিতাপ পঢ়োতা—নাই বা—
দেখিলে আগুন জলে।

নাইবা— সাদিন সাতে ৰাতি কুফৰক কাটে
কুফৰৰ নমৰিল জধ ঔ আল্লা।

আদিৰ সুৰ আৰু নাচৰ খোজ শক্তিশালী। বঙ্গদেশৰ, বিশেষকৈ পূৰ্ব্ব-বঙ্গৰ জাৰী-গীতৰ সুৰৰ লগত অসমীয়া জাৰী-গীতৰ সুৰ নিমিলে। অসমীয়া জাৰী-গীতৰ সুৰৰ জতুৱা ৰূপটো অসমীয়া।



অসমীয়া গাৱঁলীয়া মুছলমানসকলৰ বহুত আজিও নিৰক্ষৰ, নাঙলৰ ফালেৰে কপালত ৰেখা আঁকি ধৰ্ম্মৰ বিষয়ে বিশেষ নজনাকৈয়ে ধৰ্ম্ম জীৱন যাপন কৰি আহিছে। কাব্য নাটকৰ সোৱাদ তেওঁলোকে পোৱা নাই। আৰবী, ফাৰ্চী, উৰ্দ্দু কাব্যও তেওঁলোকে পঢ়িব নেজানে। মহাভাৰত, ৰামায়ণ বা বধকাব্যও তেওঁলোকে নপঢ়ে। ভাৱনা চোৱাৰ সুযোগো অতি কম।

এই লোকসকলে জাৰী-গীততে কাব্য, নাটক, গীত-নৃত্য সকলোৰে আস্বাদ আজি তিনি চাৰি শ বছৰ ধৰি গ্ৰহণ কৰি আহিছে। মোহৰম মাহৰ প্ৰথম দহ দিনত এতিয়াও অসমৰ মুছলমান তিৰোতাই মূৰ নফণীয়ায়, খোপা নেবান্ধে, চুলিত তেল নলয়। তেওঁলোকে আৰু পুৰুষসকলৰো বহুতে এই দহ দিন আমিষ আহাৰ নেখায়। জাৰী গাই, কাৰবালাৰ কাহিনী সুঁৱৰি বিনাই কান্দে, ছহীদে কাৰবালাৰ দুখত চকুলো টোকে, লগে লগে যিবিলাকে মোহৰমৰ কাহিনী পাহৰি থাকে, তেওঁলোকক সোঁৱৰাই দিয়ে—

দহাৰ দহে দিন কি কৰ মমিন
শুদা শাকে-পিঠা খাই?

লোক-সাধাৰণৰ বিশ্বাস যে জাৰী-গীত গালে বৰষুণ দিয়ে। এই কাৰণে জাৰী-গীত সদায় নেগায় আৰু সকলোৱে জাৰী-নাচ নাচিবও নেজানে।

জিকিৰ আৰু জাৰী-নাচৰ অন্যান্য নৃত্যৰ লগত এটা বিশেষ পাৰ্থক্য আছে। ভাৰতনাট্যম্, কথাকলি, কথক অথবা বিহুনাচ আদিও এজন নাচনিয়ে বা নাচনীয়ে অকলেই নাচিব পাৰে। কিন্তু জিকিৰ আৰু জাৰী-নাচ দলেৰে নচা হয়। অকলে এজনে জিকিৰ আৰু জাৰী-নাচ নেনাচে আৰু নাচিবও নোৱাৰে। ওজাৰ চাৰিওফালে ঘূৰি ঘূৰি এইবোৰ নাচ নচা হয়। অৱশ্যে গীতবোৰ অকলে গায় আৰু গাবও পাৰে।

দ্বিতীয়তে, বৰ্ত্তমান গোৱা গীত আৰু নাচৰ লগত কোনো বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰা নহয়। আগেয়ে টোকাৰী, বীণ আদি ব্যৱহাৰ কৰিছিল বুলি জনা যায়। আজিকালি হাত-চাপৰি আৰু নাচৰ খোজেৰে তাল ৰক্ষা কৰে। সৰহ সংখ্যক লোকে নাচিলে চাপৰিৰ শব্দ ঢোল-খোলৰ মাততকৈও বেচি শক্তিশালী হৈ ধৰা দিয়ে।

জাৰী-গীতবোৰৰ ভিতৰৰ কাৰবালাৰ কাহিনী লৈ ৰচনা কৰা গীতবোৰেই

সাধাৰণ লোকৰ মাজত প্ৰিয়। হাজোত আৰু কামৰূপ জিলাৰ আন কোনো কোনো ঠাইত হাইদৰ গাজীৰ গীত আছে। এইবোৰ সাধাৰণতে নৃনচাকৈ গায়। হায়দৰ গাজীৰ গীত বীৰত্বব্যঞ্জক। হাজোৰ আশ্‌পাশৰ চৈয়দ সকলে নিজকে আদম গুৰুৰ বংশধৰ নাইবা শিষ্য বুলি কয়। এই আদম গুৰু পীড় সম্পৰ্কে বৰ বিশেষ জনা নেযায়। বংশাৱলীও উদ্ধাৰ কৰিব পৰা হোৱা নাই। ভাটী অসমৰ মুছলমানসকলৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক ইতিহাস বিতংভাবে আলোচনা কৰিবৰ স্থল আছে; কিয়নো ভাটী অসম, বিশেষকৈ বৰ্ত্তমানৰ কামৰূপ, নগাওঁ আৰু দৰং জিলা মাজে মাজে বহুতবাৰ মুছলমান শাসনৰ অধীনত আছিল।

## জিকিৰ আৰু অসমীয়া বৈষ্ণৱ কাব্য

অসমীয়া বৈষ্ণৱ কাব্য প্ৰধানতঃ ভক্তিমূলক আৰু পাৰস্যৰ চুফী কাব্য মূলতঃ প্ৰেমমূলক। বৈষ্ণৱ কাব্যত বাৎসল্য, সখ্য বা দাস্য যি ভাবতেই নহওক, ভক্তিৰ যোগেদি মোক্ষ সাধনাকেই সাধাৰণ লোকৰ কাৰণে গ্ৰহণীয় পথ বুলি দেখুওৱা হৈছে। বুদ্ধিৰ পৰিবৰ্ত্তে ভক্তিক অৱলম্বন কৰি লোৱাৰ নিৰ্দ্দেশ প্ৰধান গুৰু দুজনাই বহুবাৰ দিছে।

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।

অসমীয়া বৈষ্ণৱ আৰাধনাৰ সহজ পথ সেৱা, নিৰহঙ্কাৰ দাস্যভাৱৰ যোগেদি

দান্তে তৃণ তুলি লওঁ যিমতে সেৱাত ৰও,
দিয়া মোক সেহি উপদেশ।

কীৰ্তন আৰু নামঘোষাত প্ৰকৃত বৈষ্ণৱৰ যিবোৰ লক্ষণ বা গুণৰ কথা পোৱা যায় তাত বুদ্ধি, গৰ্ব্ব, অহমিকা আৰু কামনাক জয় কৰি, নিষ্কাম ভক্তি আৰু সেৱা ধৰ্ম্মৰ বিশেষত্বক মুখ্য কৰি দেখুওৱা হৈছে। তদুপৰি নিৰাকাৰ ঈশ্বৰৰ ধ্যান-ধাৰণা বৈষ্ণৱ কাব্যৰ দাৰ্শনিক তত্ত্বৰ মূল কথা।

ইচলামত সাকাৰ পূজাৰ স্থান নাই। নিৰাকাৰ নিৰ্গুণ বা সৰ্ব্বগুণী বিশ্ব-ব্যাপী অনন্ত স্ৰষ্টাৰ আৰাধনা কৰাই ইচলামৰ মূল আদৰ্শ। কিন্তু চুফী কবি আৰু দাৰ্শনিকসকলে মৰমী ৰূপত আল্লাক পোৱাৰ নিজস্ব পন্থা দাঙি নধৰি থকা নাই। অৱশ্যে এই ৰূপ সাকাৰ নহয়; কিন্তু মানবীয় প্ৰেমৰ ক্ষেত্ৰত



অনুৰাগ, পূৰ্ব্বৰাগ, মিলন, বিৰহ, বিচ্ছেদ আদি যিবোৰ মানসিক বা স্থূল অৱস্থা দেখা যায়, চুফী কবিসকলে তেওঁলোকৰ ঈশ-প্ৰেমৰ বাটতো এইবোৰ দেখা পাইছে। বিশ্বৰ বিচিত্ৰ সৌন্দৰ্য্য ৰূপে নিজক প্ৰকাশ কৰি চুফী সাধকৰ অন্তৰত অনুৰাগ বা প্ৰেমৰ ভাব জগাই তুলি কোনো দিন ধৰা নিদিয়াকৈ থকা স্ৰষ্টাৰ ওপৰত সেই দেখি মৰমী ভক্তৰ মান, অভিমান, অভিযোগৰ অৱধি নাই। ওমৰ খায়য়াম, হাফিজ, জালালুদ্দিন ৰুমী, জামী, নিজামী আদি বিখ্যাত চুফী কবি সকলে প্ৰেমমাৰ্গকে আধ্যাত্মিক সাধনাৰ সহজ পথ ৰূপে দাঙি ধৰিছে। হাফিজ আৰু ৰুমীত এই প্ৰেমে এটা চৰম সীমা পাইছে। বৈষ্ণৱী মীৰাবাইৰ চিৰ-অনিৰ্ব্বাণ যি প্ৰেমে প্ৰেমিক ভগবানক গিৰিধৰ নাগৰ ৰূপে কাষত বিচাৰিছে, সেই একেই আত্মীয়তাৰ সুৰত হাফিজ, ৰুমী আৰু নিজামীয়েও প্ৰেমৰ মাজেদি আত্মলোপ কৰি প্ৰিয়জনৰ সঙ্গ লাভৰ পথ নিৰ্দ্দেশ কৰিছে। অৱশ্যে চুফী কবি ছেখ চাদি আৰু ফৰিদুদ্দিন আত্তাৰে যথাসম্ভৱ প্ৰচাৰৰ পৰা আঁতৰি থাকি সহজ ভক্তিৰ ফালে আঙুলিয়াইছে।

ভাৰতীৰ বৈষ্ণৱ কাব্য আৰু ভাবধাৰাৰ ওপৰত ফাৰ্চী, চুফী কাব্য আৰু ভাবধাৰাৰ প্ৰভাৱ কিমানখিনি পৰিছিল সি সুকীয়া আলোচনাৰ কথা। কিন্তু মধুৰ ৰসৰ ভক্তিমাৰ্গৰ পথত যে চুফী দৰ্শনে কিছু প্ৰভাৱ পেলাইছিল সেই কথা প্ৰমাণ কৰা কঠিন নহয়। যদিও অতি গোড়া আৰু নৈষ্ঠিক মুছলমান সকলে চুফী পন্থাক সামাজিক ধৰ্ম্ম জীৱনৰ পৰিপন্থী বুলিহে ভাবে তথাপি হাফিজ, খায়য়ামৰ কবিতা আৰু ভাব ভাল নোপোৱা মুছলমান অতি কমেই আছে।

ভগবদ্‌-প্ৰাপ্তিৰ পথত ভক্তৰ কাৰণে চাৰিটা স্তৰ অতিক্ৰম কৰিব লগা হয়।

(১) ফাণা ফিচ্ছেখ (গুৰুত আত্মলোপ)
(২) ফাণা ফিৰ ৰছুল (ৰছুল অৰ্থাৎ হজৰত মোহম্মদত (দঃ) আত্মলোপ)
(৩) ফাণা ফিল্লাহ (আল্লাত আত্মলোপ)
(৪) বাকা বিল্লাহ (আল্লাৰ মাজত অনন্ত কালৰ কাৰণে আত্মলাভ)

কবি হাফিজে প্ৰথম স্তৰৰ ওপৰত বৰ গুৰুত্ব দিছে। গুৰুত একান্ত ভাৱে আত্মলোপ কৰিব নোৱাৰিলে ভগবদ্‌ প্ৰেমৰ পথত অহমিকা বৈ যাব পাৰে। তেওঁ এই পৰ্য্যন্ত কৈছে: "গুৰুৱে যদি কয় তেন্তে তোমাৰ জাই নামাজ (নামাজ পঢ়া আসন) মদেৰে বোলাই লবা; কিয়নো তেওঁ পথ আৰু পন্থাৰ কথা নজনা নহয়।" অথচ মুছলমানৰ কাৰণে মদ হাৰাম।

চুফী কাব্যত ভক্তিৰ মাদকতাক মদৰ বাগীৰ লগত সদায় তুলনা দিয়া হয়। প্ৰেমৰ জগতখন মদৰ দোকান, গুৰু মদ বিলনীয়া, চাকী বা ৰূপসী পৰিচাৰিকা প্ৰিয়া আৰু এই প্ৰিয়াৰ কাষত আত্মলোপৰ উপায় হৈছে প্ৰেমৰ মদিৰা। প্ৰেমত একান্ত ভাৱে মদখোৰা মানুহৰ দৰে আত্মলোপ কৰিব নোৱাৰিলে, প্ৰিয়তমাৰ প্ৰেম লাভ নহয়।

অসমীয়া জিকিৰত গুৰুৰ বৰ প্ৰাধান্য দিয়া হৈছে। 'অ' গুৰু, গুৰুজী', আদি যোৱা বোৰৰ ভিতৰুৱা সম্বোধন সদায় আছে। গুৰুৰ কাষত আত্মসমৰ্পণৰ কাৰণেও আহ্বান জনোৱা হৈছে। কিন্তু ফাৰ্চী চুফী কাব্যৰ দৰে মৰম বা প্ৰেমৰ পথৰ পৰিবৰ্ত্তে জিকিৰত ভক্তিৰ পথৰ নিৰ্দ্দেশ দিয়া হৈছে।

বিষয়ৰপৰা মুক্তি পাবৰ কাৰণে, মৃত্যুক জয় কৰিবৰ কাৰণে আৰু পুণ্যৰ পথত আগ বাঢ়িবৰ কাৰণে গুৰুত একান্ত শৰণ লবলৈ জিকিৰ বোৰত আহ্বান আছে। আৰু আজান চাহেবে প্ৰবৰ্ত্তন কৰি থৈ যোৱা ভকত কৰোৱা প্ৰথা অদ্যাপিও চলি আছে। যি সকল ভকত হয়, তেওঁলোকে নাজাত বা মোক্ষৰ পথত সহজ অৱলম্বন পায় বুলি বিশ্বাস।

জিকিৰতো এক আৰু অদ্বিতীয় আল্লাৰ বন্দেগী বা উপাসনা কৰিবৰ কাৰণে আহ্বান আছে।

হক্ হু এ' ল' আল্লাৰ নাম,  
আল্লাৰ নামে জুৰি আছে জমীনো আস্মান।

বিষয়-বাসনাৰ আসক্তিৰপৰা মুক্ত হবৰ কাৰণে তাগিদ আছে—

বিষয়খন বিষয়খন গলগ্ৰহ বিষয়খন  
বিষয় গলৰ মণি,  
বিষয়ৰে লগতে পানীত তই শুকাইছ  
চা মন দকৈ গুণি।

মৃত্যুৰ কথা বাৰে বাৰে সোঁৱৰাই দিছে—

ছুনিয়া এদিনৰ ছুনিয়া ছুদিনৰ  
ছুনিয়া ফুলনিবাৰী,  
কতক চলেবলে কৰ তই ছুনীয়া  
ধৰিব খেৱালি মাৰি।



খেৱালি জালৰে গুৰা বাৰে বুৰি  
পাহৰ লেখেজোখে নাই,  
টিকনিতে ধৰি চোচনি মাৰিব  
সবাকো একে ঠাইত পাই।

কিন্তু জিকিৰত ফাৰ্চী চুফী কাব্যৰ দৰে কল্পনা-প্ৰৱণতা নাই। গুৰুৰ কাষত আত্মসমৰ্পণৰ কথা কলেও প্ৰেমৰ মাদকতাৰ ইঙ্গিত নাই। তাৰ পৰিবৰ্ত্তে আছে ভক্তিৰ আহ্বান।

দৈ মিঠা, ছুগ্ধ মিঠা, আৰু মিঠা ননী।  
সবাত কৰি অধিক মিঠা, মুৰ্চিদ মুখৰ বাণী॥

ইচলাম ধৰ্ম্মত সন্ন্যাসৰ ঠাই নাই। অবিবাহিত থাকি কৈৱল্য অৱলম্বনকো ইচ্‌লামে অনুমোদন নকৰে। সেই দেখি অসমীয়া বৈষ্ণৱ ভাবধাৰাৰ লগত এই খিনিতে জিকিৰ বোৰৰ পাৰ্থক্য দেখা যায়। অৱশ্যে আসক্তিৰ বা বিষয়ৰপৰা মুক্ত হবৰ কাৰণে ইয়াত বাৰম্বাৰ কোৱা হৈছে, কিন্তু অনাসক্তি আৰু সন্ন্যাস ছুটা সুকীয়া বস্তু।

অসমীয়া জিকিৰবোৰৰ ওপৰত যে বৈষ্ণৱ কাব্যৰ প্ৰভাৱ পৰিছিল তাক ভালেমান গীতত দেখা যায়। উত্তৰ-বৈষ্ণৱ যুগৰ ৰচনা হিচাবে আৰু ধৰ্ম্মগীত হিচাবে এনে প্ৰভাৱ অস্বীকৃত হবৰ উপায় নাই।

নীতি ধৰম আচৰণ প্ৰবৰ্ত্তন  
মনেই মহন্তৰ সঙ্গ।  
সন্ত জনালৈ আশা মই কৰিছো  
আশা নকৰিবা ভঙ্গ॥  
সন্ত জনেৰে পিড়িতি কৰিছো  
আল্লাৰ পাৱলৈ চাই।  
আল্লাৰ এক নাম পচোৱা বতাহ  
আল্লাই দিলেহে পায়॥

কিন্তু বৈষ্ণৱ কাব্যতকৈ অসমীয়া দেহ-বিচাৰৰ গীতৰ প্ৰভাৱ জিকিৰবোৰৰ ওপৰত অধিক যেন লাগে। জিকিৰবোৰৰ ছন্দ-ৰীতি, ভাষা, আৰু প্ৰকাশভঙ্গী লোক-গীতিৰ লগতহে তুলনীয়। দেহ-বিচাৰৰ গীতত যিদৰে জীৱনৰ অভিজ্ঞতাৰ পৰা আহৰণ কৰা সংসাৰ জ্ঞানৰ সহজ প্ৰকাশ আছে, দেহা তথা জীৱনৰ অনিত্যতা, মানুহৰ অন্ধতা, মূঢ়তা, প্ৰকৃত সত্যক বিচাৰিবৰ কাৰণে মানুহৰ যি

উদাসীনতা—এইবোৰেই দেহ-বিচাৰৰ গীতৰ প্ৰধান অবলম্বন। লগে লগে গীতি-ছন্দত কিছুমান জ্ঞানগম্ভীৰ কথাৰ সহজ কাব্যৰূপ দান এইবোৰ ৰচনাৰ বিশেষত্ব। জিকিৰবোৰৰ ভাষা আৰু ছন্দত এই দুটি লক্ষণ বিশেষকৈ দেখা যায়।

ইফালে মথুৰা সিফালে মথুৰা
মাজতে তনৰ সাগৰ।
তনৰে ভিতৰত মনে খেলা কৰে
কি আল্লাৰ বুদ্ধিৰ নগৰ।

দুনীৰ বৰ পীড়ে বেহানি বেহালে
অমূল হৈ বেহালে হাট।
বেহাব দিলে মোক হীৰাকৈ মুকুতা
বেহাও কণাকড়িৰ হাট।
অন্ধলা ক'তে হেকুৱালি বাট॥

'দুনীয়া' শব্দ দুনী, অন্ধ শব্দক অন্ধলা কৰি আৰু সৰবৰহী এটা ভাবক সহজ ছন্দত প্ৰকাশ কৰি এনেবোৰ পংক্তি ৰচনা কৰা হৈছিল।

কিছুমান জীৱন মৃত্যু আদিৰ কথা মনোৰমভাৱে ৰচনা কৰা হৈছে—

হিদয়ৰ ভিতৰত দমে বাটি কৰে
দুৱাৰত অগনি জ্বলে,
দুৱাৰো নেমেলে সিন্ধিও নিদিয়ে
কি কৈ লৈ গল চোৰে।

জীৱ আৰু সৃষ্টি সম্পৰ্কেও কাব্য-ধৰ্ম্ম ৰক্ষা কৰি কোৱা হৈছে—

ইবিলে সি বিলে দুখনি দবিয়া
পানী হৈ খেলনি কৰে।
ই পানী নহলে ই সৃষ্টি নেবাঢ়ে
জীৱ হৈ উমলি ফুৰে।

মায়া বা অসত্যৰ প্ৰভাৱ এৰাব নোৱাৰি পথভ্ৰষ্ট হোৱাৰ বিষয়ে কৈছে—

অ' গুৰুজী
মলয়া চন্দনক এৰি
আছো চোৰাতক বেঢ়ি,
নিতে নিতে কৰো প্ৰতিপাল।



চুলেও ঘা লাগে মাৰিলে বেথা লাগে
তই হলি এই যমকাল।...

কন্থুৱাৰ বাঁহতে মনাই বন্দী হলে
গাখীৰত বন্দী হ'ল ঘিউ
ভাৰ্য্যাৰ লগতে পুৰুষ বন্দী হলে
ধৰত বন্দী হল জীউ।

জিকিৰৰ কিছুমান পংক্তি অসমীয়া মুছলমানৰ ঘৰুৱা প্ৰবচনত পৰিণত হৈছে—

মন্থৰাই মন্থৰাই
নাম ললে নেহেৰায়
জুয়েও নোপোৰে, পানীতো নুবুৰে
চোৰেও নিনিয়ে পাই।

## জিকিৰ-জাৰীৰ সাহিত্যিক মূল্য

তিনি শ বছৰৰো অধিক কাল একে জনপ্ৰিয়তাৰ আশ্ৰয়ত চলি অহা এই ৰচনাবোৰৰ অসমীয়া সাহিত্যত এক বিশিষ্ট স্থান আছে। বৈষ্ণৱ কাব্য যিদৰে প্ৰধানতঃ ধৰ্ম্ম বিশেষ বা পন্থা বিশেষৰ কাব্য হৈয়ো সাহিত্য হিছাবে তাৰ এটা স্বকীয়া আৰু নিজস্ব বৈশিষ্ট্য আছে, সেইদৰে এই ৰচনাবোৰো ধৰ্ম্ম বিশেষক অৱলম্বন কৰি গঢ় লৈ উঠিলেও এইবোৰৰ এটা স্বকীয়া সাহিত্যিক আবেদন আছে। বৈষ্ণৱ কাব্যই যিদৰে গীতা, ভাগৱত, পুৰাণ আদিৰ কথাবোৰ সাধাৰণ অসমীয়া পাঠক আৰু শ্ৰোতাৰ আগত সহজ কৰি দাঙ্গি ধৰিছে আৰু তাৰ যোগেদি অসমীয়া বৈষ্ণৱসমাজ তথা জাতীয় জীৱনক নতুন ভিত্তিত গঢ়ি তুলিলে, সেইদৰে এই ৰচনাবোৰে অসমৰ মুছলমান সমাজক ইচলামীয় দৰ্শন, কোৰাণ, হদিচ, কাব্য আদিৰ বিষয়ে সহজ পৰিচয়ৰ সুযোগ কৰি দিলে।

গীতবোৰৰ ভাষা, ছন্দ, উপমা, প্ৰকাশভঙ্গী আৰু সুৰ অসমীয়া, আনকি আৰবী, ফাৰ্চী আদি শব্দকো অসমীয়া কৰি লোৱাৰ সাহস ৰচকসকলৰ আছিল। বাক্যবিন্যাসত এনে এটা ঘৰুৱা পৰিবেশ আছে যে পাণ্ডিত্যপূৰ্ণ কাব্য ৰচনাত তাক পাবলৈ টান। এটা জিকিৰৰ উদ্ধৃতিয়ে এই কথাৰ প্ৰমাণ দিব—

জীৱৰ সাৰথি নাম।
সত গুৰুক ভেটিবা আতমাক চিনিবা
মিলিব দিনৰে কাম।
অমন পমনক চন্ডালি বাখিবা
কোনোবাই ভাঙ্গিব ধৰি
মনৰ পাঁচ হাতীক থিৰকৈ বান্ধিবা
কলিমা লাহৰে জৰি।
মনকে বান্ধিবা মনকে চাটিবা
মনকে নিদিবা লাই
অবুজন মনকে বুজাব নোৱাৰি
যেনে গজমুৰী গাই।
মনকে বান্ধিবা মনকে চাটিবা
মনক নিদিবা লাই।
দুৰ্জ্জন মনকে বুজাব নোৱাৰি
বুজায়ো পাৰে নেপায়।
তিনি আঠে বছৰ মনকে বুজালো
জগৰা বনলৈ যায়
জগৰা বনলৈ কেলেই নেযাব
সৃষ্টি বাঢ়িবৰ ঠাই।
বাহে কি এ তিতা গজালি কোমল
খাওঁতে মাধুৰী ভাল
কুকুৰাৰ কণীতে পানী ঢল ঢল
তাতে কুকুৰাৰ আল।
জাৰৰে কোমল সৰগৰে ৰ'দ
ঘামৰে কোমল বা,
মাতৃৰ গৰভত দহ মাহ নৰকত
পণ্ডিতে বিচাৰি চা।
জুয়ে কোমলাবৰ লাহে লোৱে
পানী কোমলাবৰ মাটি
নামৰে কোমল ভকতৰে বচন
ধৰিছে আমোলক আটি। —ইত্যাদি।



এনেবোৰ জিকিৰ-গীতে নিৰ্ব্বিবাদে ধৰ্ম্ম-সাহিত্যৰ বাহিৰ ওলাই অসমীয়া সাধাৰণ পাঠককো তৃপ্তি দিব পাৰিব।

তদুপৰি অসমীয়া বৰগীতৰ ধৰণৰ গভীৰ ভাবৰ আৰু আধ্যাত্মিক চিন্তা মিহলি অন্য গীত অসমীয়াত আৰু নাই। এই জিকিৰবোৰ সেই ফালৰপৰা গভীৰ ভাবৰ গীত হিচাবে মূল্যবান ৰচনা ; ধৰ্ম্ম বিশেষৰ জীপ লৈ এইবোৰে ৰূপ ললেও ভাবৰ ক্ষেত্ৰত এইবোৰৰ আবেদন সাৰ্ব্বজনীন।

অসমীয়া ভাষাত আৰবী, ফাৰ্চী আৰু উৰ্দ্দু শব্দ অলেখ আছে। সেই-বোৰক দুই ভাগত ভগাব পাৰি—(১) এবিধ অসমীয়া সকলো মানুহে সমানে ব্যৱহাৰ কৰোঁতে কৰোঁতে সেইবোৰ সকলো অসমীয়াৰ হৈ পৰিছে।

(২) আন বিধ মুছলমানসকলৰ মাজতে আৱদ্ধ আছে। মুছলমানৰ চিঠি-পত্ৰ, কথা-বতৰা আদিত ব্যৱহাৰ কৰিলে সেইবোৰ বুজাত তেওঁলোকৰ কোনো অসুবিধাই নহয়। আহোমৰ দিনৰ ৰজাঘৰীয়া চিঠিত তেনে ভাষা ব্যৱহাৰ কৰা হৈছিল।

এইবোৰ শব্দই আমাৰ ভাষাক সমৃদ্ধ কৰিছে। (দ্ৰষ্টব্য)।

দিলবৰ আৰু দোসাইৰ ৰূপৰেখা অসমীয়া চিত্ৰ-বিদ্যাত মুছলমানৰ দান বুলি স্বীকৃত হৈছে। দুই চাৰিজন শিলাকুটি আৰু ৰাজমিস্ত্ৰীয়ে গড়গাওঁ, ৰংপুৰৰ ৰজাৰ ঘৰ আদি সজা কামতো যোগ দিছিল বুলি কোৱা শুনা যায়। এইবোৰে অসমৰ জাতীয় জীৱনৰ বিভিন্ন ক্ষেত্ৰক চহকী কৰি থৈছে।

এই সকলো ফালৰপৰা চালে জিকিৰ আৰু জাৰী-গীতবোৰৰ অসমীয়া সাহিত্য ক্ষেত্ৰত বিশিষ্ট ঠাই নিদি নোৱাৰি। তদুপৰি আজান চাহেবৰ বাহিৰে আন কোনো কবিয়ে সত্য প্ৰচাৰ কৰিবলৈ গৈ চকু দুটি দিব লগা হোৱাৰ করুণ কাহিনী অসমীয়া সাহিত্যৰ ইতিহাসত নাই। এই বাবেও জানো আমি আজান চাহেবৰ নিচিনা লোকক জাতীয় শ্ৰদ্ধা জনোৱাত কাৰ্পণ্য কৰাৰ স্থল আছে ?

উপকৰাকৈ চালে এই গীতবোৰত ৰস বিচাৰি বহুতে নেপাব। কিন্তু আজান চাহেব প্ৰমুখ্যে কবিসকলে ৰসৰ যোগান ধৰিবৰ উদ্দেশ্যেই এইবোৰ ৰচিছিল—

ৰসৰ ভৰাল পাই আজানে দিলে মেলি
কলিমাৰ বৰকতে কুফৰক নিলে ঠেলি।

জিকিৰ মথিয়া মথি জিকিৰকে গাওঁ
তুমি আমি সঙ্গৰ ভাই, সঙ্গে চলি যাওঁ।

এই ৰস গ্ৰহণ কৰিবৰ সামৰ্থ্য আমি আহৰণ কৰিব লাগিব।

আজান চাহেবৰ উপৰিও যি সকল কৰিৰ গীত দুই এটা পোৱা গৈছে, তেওঁলোকৰ নাম পূৰ্ব্বেই উল্লেখ কৰা হৈছে। আমাৰ ধাৰণা যে চান্দসাই বা চান্দ খাঁ আৰু মজনুদিল ফকিৰ আজান চাহেবৰ কিছু পূৰ্ব্বৰ কবি। মজনুদিল প্ৰধানতঃ গীত ৰচক, ধৰ্ম্মপ্ৰচাৰক নহয় যেন লাগে; চান্দসাৰ গীত দেহ-বিচাৰৰ গীত হিছাবে ধৰা যায়। আজান চাহেবৰ জীৱন-কথা ৰচক জনৰ নাম মুনিয়া দেৱান বুলি এটা জিকিৰত পোৱা গৈছে। কিন্তু এই মুনিয়া দেৱানৰ নাম কোনো বংশাৱলীত নাই। অৱশ্যে অন্যান্যৰ দৰে চৈয়দ সকলৰো এটা মুছলমানী নাম আৰু এটা ঘৰত মতা নাম বা সাধাৰণ নাম থকাটো জনাজাত কথা। আৰু চৈয়দ বা দেৱানসকলৰ ভিতৰতো কলিয়া-মলিয়া, জঙ্গলী, হাবিয়াল আদি অসমীয়া নাম পোৱা গৈছে। নামত অসমৰ হিন্দু-মুছলমানৰ ধৰ্ম্ম চিনা টান। এই মুনিয়া দেৱানে ৰচনা কৰা আজান চাহেবৰ জীৱনৰ কাহিনীৰ ঐতিহাসিক মূল্য আছে। কিন্তু তেওঁ ৰচা গীতটোত আজান চাহেবৰ ৰচনাৰ দৰে গভীৰতা বা কাব্য-সৌন্দৰ্য্য নাই। এওঁ আজান চাহেবৰ সমসাময়িক বা অলপ পিচৰে যেন অনুমান হয়। গুৰু-চৰিত ৰচক হিছাবে এওঁৰ দান স্বীকাৰ কৰিব লাগিব।

বান্দৰ ফকিৰৰ দুটা জিকিৰ পোৱা গৈছে, তাৰে এটা গীতৰ শেষত বান্দৰ শব্দ ব্যৱহাৰ কৰা হৈছে। বান্দৰ ফকিৰৰ দৰগাহ শিৱসাগৰ চহৰৰ কাষতে অদ্যাপি আছে। সদায় গছৰ ডালত উঠি সাধনা কৰাৰ কাৰণে এওঁক বান্দৰ ফকিৰ বোলা হৈছিল, কিন্তু উল্লিখিত জিকিৰে তেওঁৰ ৰচনাৰে চিনাকি দিয়ে নে নিদিয়ে (পংক্তিটোৰ অন্য ব্যাখ্যাও সম্ভৱ) থিৰাংকৈ কব নোৱাৰি।

ভৰে বতৰত কিৰিখি নকৰ
খুজিলে কেনেকৈ পাৱ (পাওঁ)
দিলে হাতে হাতে খালে মুখে মুখে
যেনে বান্দৰৰে ভাও।

চৈয়দ মোৰতজাও আজান চাহেবৰ পৰৱৰ্ত্তী ৰচক যেন লাগে আৰু তেওঁৰ গীতৰ ভাৱ আৰু ভাষাত আজান চাহেবৰ প্ৰভাৱৰ ছাঁ দেখা যায়।



ছেখ ফৰিদ, বেথাই শুৱাল, গোলাম হুচেইন, হৰিদাস কুমাৰ আদিয়েও জিকিৰ গীত ৰচনা কৰা পোৱা গৈছে। বেথাই শুৱাল আৰু হৰিদাস কুমাৰ হিন্দু আছিল নে মুছলমান আছিল নিশ্চিত ভাৱে কবলৈ টান হলেও তেওঁলোকৰ ৰচনাৰ ভাৱধাৰাৰ পৰা তেওঁলোকক ধৰ্ম্মান্তৰ গ্ৰহণকাৰী মুছলমান যেন লাগে। (কাৰণ কুমাৰ—শুৱাল আদি বহুত লোক মুছলমান হৈছিল।) আৰু মুছলমানৰ নামো দেহেশ্বৰ মনেশ্বৰ আদি এতিয়াও আছে।

অসমত খৃষ্টীয় ১৭শ-১৮শ শতিকাত যে অকল আজান চাহেবে নহয়, আৰু ভালেমান গৰাকী মুছলমান কবিয়ে গীত আদি ৰচনা কৰি অসমীয়া সাহিত্যৰ ধাৰাক সচল কৰি ৰাখিছিল সেই কথা এই ৰচকসকলৰ গীতবোৰে প্ৰমাণ কৰিব। ভালকৈ অনুসন্ধান কৰি উদ্ধাৰ কৰিব পাৰিলে আৰু যে বহুত সম্পদ অসমৰ সাহিত্যৰ ভঁৰালত আহি থুপ খাবহি সেই কথা দোহাৰিবৰ প্ৰয়োজন নাই। আমাৰ এই লুপ্ত আৰু লুপ্তপ্ৰায় সম্পদৰাজী আমাৰ অতীত ঐশ্বৰ্য্যৰ পৰিচায়ক আৰু ভবিষ্যতৰ প্ৰেৰণাৰ স্থল।

# জিকিৰ আৰু জাৰী

ঘোষা—ৰহমৰ গিৰিহত তুমি আল্লা চাহাব ঐ,
যদি কৰা দৰিয়াৰ পাৰ ॥

চিন্তো হেৰা মোৰ মন আল্লাৰ নামত।
ভজো হেৰা মোৰ মন গুৰুৰে পাৱত ॥
পানী মৰে পিয়াহত, অগ্নি মৰে জাৰত।
খোদা ৰছুল লুকাই আছে মোমিনৰ আঁৰত ॥
খোদা ৰছুল লুকাই আছে, নকৰা বিচাৰ।
মক্কাৰ তুৱাৰত বান্দা, মাৰিলা সঞ্চাৰ ॥
মক্কাৰ তুৱাৰত চাহাব জীৱই মাৰে তালি।
যেনে শালে শ'লৰ লগত দৰিকাৰ টপালি ॥
মক্কাৰ তুৱাৰত চাহেব তিৰ্বেণীৰ ঘাট।
বেহাব নোৱাৰে তাত মায়াই ভেটে বাট ॥
আচ্মানৰ কুটুব তৰা আদমৰ জাত।
সজাত মইনা আছে, ঘনে লগায় মাত ॥
সজাৰ মইনাটিৰ অনেক যুগুতি।
দেও মাৰি পাৰ হলে এৰিলে পিৰীতি ॥
দেও মাৰি পাৰ হৈ জীৱই আছে চাই।
চোৱা চোৱা জীৱসকল ভেলৰে বিলাই ॥

ৰহম—দয়া। দৰিয়া—সাগৰ। মোমিন—বিশ্বাসী, মুছলমান। কুটুব—ধ্ৰুব নক্ষত্ৰ। আদম—আদি মানৱ, আল্লাৰ সৃষ্ট প্ৰথম মানুহ।

ঘোষা—হক্ হু এ'—ল' আল্লাৰ নাম।
হক্ নামে কলিমা পাক নামে পীড়,
আল্লাৰ জিকিৰ।

হকৰ নামে বন্দেগী, আল্লা নামে হু।
জলিলে বঢ়ায় বাতি, নুমালে মাৰে ফু॥
জলিলে বঢ়ায় বাতি, নুমালে কিবা জলে।
নেকি বদি সবে যাব এই খাকৰ তলে॥
নেকি যাব নেকি হালে, বদি থাকে চাই।
যেনে বাঘে গৰু ধৰে ৰাখোঁতা খোদাই॥
আব দেখি খেলা কৰে, বাঁদ দেখি হাঁহে।
দেখাই দিয়া মুৰ্ছিদ ভাই আব ক'তবা আছে॥
আব দেখি খেলা কৰে, বাদ দেখি যায়।
বুজা লোকে কথা দিলে অবুজে পলায়॥
বুজা লোকক কথা দিলে চাৰিৰ চাবি খুটি।
নিচিন্তা আল্লাৰ কথা, হায়াত যাব টুটি॥
অবুজ লোকক কথা দিলে ধৰে আৰু এৰে।
বিৰিখৰ পাত যেনে হুৰুখাই পৰে॥

নেকি—পুণ্য। বদি—অপকৰ্ম্ম, পাপ। হাল—অৱস্থা। আব—পানী
বাদ—বায়ু। মুৰ্ছিদ—আধ্যাত্মিক গুৰু।



ঘোষা— চাহেবে জান—চৈয়দে জান,
আকৌ জানি আজানে জনায় ঔ আল্লা হেই॥

খোদা খোদা বুলি বাতৰি নেপালো
খোদা কোন দুৱাৰে নামে।
গজ মাণিকৰে আল্লাই পোহাৰ দিলে
হৰণে পূৰণে জানে॥
গজ মানিকৰে আল্লাই পোহাৰ দিলে
ভাটী পছিমলৈ চাই।
শ্ৰীকুলৰ নগৰত অমন পমন
মুকুতা লোৰা বেহাই॥
গজ মুকুতাৰে আল্লাই পোহাৰ দিলে
মোমিন হৈ নেপালো পাক।
লক্ষে লক্ষে টকাৰ সমে নাইকিয়া
কেলেইবা মোলাইছ তাক॥
ঘূৰাব লাগিছে দুনিয়াই আলম
যেনে কুমাৰৰ চাক।
চিনি বেহাবা নিচিনি এৰিবা
বিঘিনি মিলাব তাক॥
কৰিব লাগিছে উজনী এ ভাটী
মলয়া পছোৱাৰ বা।
কাণেৰে শুনিছো চকুৰে নেদেখো
বলাইছে কেনুৱা বা॥
কবলৈ ধৰিছে ভিখাৰী আজানে
আকলৰ আৰছত ধৰি।
দিলৰ কোৱাণত চোৱা বিচাৰ কৰি
কলিমা নামতে ধৰি॥

আলম—সৃষ্টি, সংসাৰ। আকলৰ আৰছ—বুদ্ধিৰ সিংহাসন, জ্ঞানৰ জগত।

ঘোষা— **নাম ভাল, নাম ভাল, হয় চাহেব হয়।**

আল্লা কাদিৰ কামাল্, চাহেব কাদিৰ কামাল্।
মাজ সাগৰত পৰিছো বান্দাক কৰিবা আচান॥
মাৰৰ চাবি, বাপৰ চাবি, আল্লাৰ লোৱা দহ।
ওঠৰ মোকামৰ মাজে পিয়ে মধু ৰহ (ৰস)॥
ওঠৰ মোকামৰ মাজে কোন কোন মোকাম জ্বলে।
তেল নাই, শলিতা নাই, সদায় প্ৰদীপ জ্বলে॥
লাহুতত দৰিয়াৰ মাজে ঘনে পেলায় জাল।
ৰুহৰ দৰিয়াৰ মাজে বহি আছে কাল॥
জবৰুত মোকামৰ মাজে জ্বলে দুই তৰা।
সেই তৰা নেথাকিলে দুনিয়া আন্ধাৰা॥
বৰ ঘৰ, বৰ বাৰী, থাকিব পৰিয়া।
গৃহস্থৰ বৰ পুত্ৰ যায় ফকিৰ হৈয়া॥
বৰ বৰ আউলিয়া, বৰ বৰ পীড়।
বৰ বৰ দৰখ্ত ভাগি বাগৰি পৰিল॥
অপাৰ সাগৰৰ মাজে পুল্‌চেৰাতৰ পাৰ।
ৰছুল হব কাণ্ডাৰী, উম্মত হ'ব পাৰ॥
আল্লা নামৰ ওপৰেদি (সিপাৰেদি) মোহম্মদ চাৱাৰ।
সেই নামে কৰিব বান্দাক পুল্‌চেৰাতৰ পাৰ॥

কাদিৰ—সৰ্ব্বশক্তিমান। কামাল—পূৰ্ণ; সৰ্ব্বশ্ৰেষ্ঠ। আচান—উদ্ধাৰ, আশ্ৰয় দান। লাহুত—মাৰ্গবিশেষ। ৰুহৰ—আত্মাৰ। জবৰুত—মাৰ্গবিশেষ। মোকাম—স্থান, আসন, স্তৰ। উম্মত—ৰছুলৰ ভক্ত শিষ্য, মুছলমান। চাৱাৰ—আৰোহী (অশ্ব)। পুল্‌চেৰাত—পাপ-পুণ্য বিচাৰ কৰা সাকো।



ঘোষা— কেৱল নামে কেৱল নাম, কেৱল নামে ৰতি।
দিনে-ৰাতি লবা নাম নকৰিবা খটি॥

কেৱল নামে কেৱল নাম, কেৱল নামে সাৰ।
চুচকু মুদিলে বান্দাৰ দিনতে আন্ধাৰ॥
কিছু নাই, কিছু নাই, কিছু নাই সাৰ।
কেঁকোৰাৰ মাটি যেনে কুমাৰ ব্যৱহাৰ॥
যাৰ নাম পালো আল্লা তাৰ নাম লৈলো।
যাৰ নাম নাপালো আল্লা চৰণে ভজিলো॥
মুখেৰে পঢ়িব লাগে মোমিন-মুছলমান।
দিলেৰে জানিবা বান্দা মুজাম্মীল ঈমান॥
প্ৰথমে জানিবা বান্দা পাক চোব্‌হান।
ডেড়কুৰি চিপাৰাই হৈছে কোৰাণ॥
কাদিৰ, কামাল আল্লা আছে নিৰঞ্জন।
খাকত পয়দা কৰিলে আদমৰ তন॥
মাও নাই, বাপ নাই, নাই বেৰাদৰ।
আৱাল চওৱাল নাই, আছে অকলশৰ॥
উজীৰ নাজিৰ নাই, নাই পটন্তৰ।
আস্মান জমিন পয়দা ছদিনৰ ভিতৰ॥
খুটা চতি নোহোৱাকৈ আস্মানক ৰাখিছে।
পানীৰ ওপৰৰ পুনী জমিনক ৰাখিছে॥
চান্দ সূৰুয চলাই আছে, কৰি ৰাতি দিন।
আদমৰ তন পয়দা কৰি থলে ভিন ভিন॥
আচমানৰ তৰফৰ পৰা বাৰান পৌচাইছে।
জমিনত বান্দাৰ ৰিজক্ কোছাদা কৰিছে॥
মাহে মাহে মেৱাসকল দিছে ভাগে ভাগ।
অতনা চিজ্ খাই বান্দা নকৰ শলাগ॥

চৰিহা চুৰত নাই, নাই পাও হাত।
'কুল্ হু আল্লাহ' পঢ়ি লোৱা নাম পাকজাত॥
আল্লাৰ হুকুমৰ পৰা বান্দা আছো দূৰ।
আমি উম্মত গুনাহগাৰ বখ্ছোতা গফুৰ॥

×

দুইতে জানিবা বান্দা ফিৰিস্তা ঈমান।
পয়দা কৰি আল্লাই থলে ভিন ভিন॥
মুনিহ তিৰোতা নহয়, ফিৰিস্তাৰ জাত।
খাৱনে জিকিৰ লয়, পিয়নে খোদাৰ মাত॥
ৰাতি-দিনে তছ্বিহ পঢ়ে, থাকে একেথৰ।
চাৰিজনা মালিক আছে, আল্লাৰ ওচৰ॥
কেৰামন কাতেবীন আছে, আমোলৰ দেৱান।
মন্কিৰ নেকিৰ আছে, গোৰৰ চাৱাল॥

**মুজম্মিল ঈমান**ঃ—মুছলমানসকলৰ ধৰ্ম্ম-বিশ্বাসৰ মূল ভিত্তি ঈমান। এইকেটা কথাৰ ওপৰত অকুণ্ঠ বিশ্বাস থাকিব লাগেঃ—আল্লাহ, ফিৰিস্তা, গ্ৰন্থ ( অৱতীৰ্ণ ) সমূহ, ৰছুল সমুহ, অন্তিমৰ দিন, আল্লাৰ শক্তি, ভাল আৰু বেয়া সকলোৰে কৰ্ত্তা আল্লা, আৰু মৃত্যুৰ পিচত পুনৰ উত্থান লাভ হব।

পাক চোব্হান—পৱিত্ৰ আল্লা। চিপাৰা—পাৰা, খণ্ড বা অধ্যায়। কোৰাণত ত্ৰিশ অধ্যায় আছে। কাদিৰ—সৰ্ব্বশক্তিমান। কামাল—সম্পূৰ্ণ। বেৰাদৰ—ভাই ককাই। আৱাল-চওৱাল—লৰা-তিৰোতা। উজীৰ—মন্ত্ৰণাদাতা। বাৰাণ—বৰষুণ, বৃষ্টি। কোছাদা—পুষ্ট, পাঠান্তৰ—'কোছাদা'—মুকলি কৰা মেৱা—ফল। চৰিহা-চুৰত—সুন্দৰ, আকাৰ।

কুলুহ আল্লাহ—কোৰাণ চৰিফৰ চুৰা বিশেষ। এই জিকিৰত প্ৰধান কৈ এই চুৰা আৰু চুৰা আৰ ৰহমানৰ ভাবানুবাদ কৰা হৈছে। বখ্ছোতা—ক্ষমা কৰোতা। গফুৰ—ক্ষমাশীল।



তিনিতে জানিবা বান্দা কিতাবত ঈমান।
এশনো চাৰি কিতাব নবীলৈকে জান॥
দহ চহিফা নামে আদমৰ ওপৰ।
তিৰিশ চহিফা নামে চীচৰ ওপৰ॥
তিৰিশ চহিফা নামে নূহৰ ওপৰ।
তিৰিশ চহিফা নামে খলিলৰ ঘৰ॥
ইঞ্জিল কিতাব নামে ইছাৰ ওপৰ।
জবুৰ কিতাব নামে দাউদৰ ঘৰ॥
তৌৰিত কিতাব নামে মুছালৈকে জান।
মোস্তফা নবীলৈ নামিল কোৰআন॥
কোৰাণ চৰিফ আছে সবাৰ মুখে মুখ।
তিনিও কিতাবৰ কথা কৰিলে মনচুখ॥
একুৰি তিনি বছৰত কোৰাণ নামিল।
আওৱলে "ইক্ৰা" নামে, আখেৰে "কন্দিল"॥

×

চাৰিতে জানিবা বান্দা নবীতে ঈমান।
দিন-ৰাতি মানি চলা আল্লাৰ কোৰাণ॥
কোৰাণ পঢ়িবলৈ বান্দা নকৰহে মন।
তলবোল ইলিমকো নকৰ যতন॥
আওৱলে পয়দা হ'ল আদম ছফী।
আখেৰে জাহিৰ হ'ল মোস্তফা নবী॥
মুছা পয়গম্বৰৰ লেখত ওঠৰ জনা।
বুজৰুগ কোৰাণে কয় তিলেক যাতনা॥
নবীজীয়ে আৱাজ পায়, জিব্ৰাইলে কয়।
পয়গম্বৰৰ মোজেজা আছে তৈয়াৰ হৈ॥
সকলো পয়গম্বৰক শুদ্ধ বুলি জান।
ইখ্তিলাফ আছে চেকেণ্ডৰ লোকমান॥

সকলো নবী ওফাত হল, চাৰিজনা জিন্দা ৰ'ল।
ইদ্রিছ পয়গম্বৰ মওতক চাকি, জিন্দা বিহিস্তলৈ গ'ল॥
হায়াতন নবী খোৱাজ খিজিৰ ছুয়ো একেই ৰ'ল।
মৰিয়মৰ চিকমত আদমৰ হাঁচিৰ পৰা ৰুহুল্লা পয়দা হ'ল।

তচ্‌বিহ—নাম জপ কৰা। মালিক—(মলিক) ফিৰিস্তা, দেৱদূত। কেৰামন-কাতেবীন—পাপ পুণ্যৰ হিচাব ৰাখোতা দূত। আমোল—(আমল) কৰ্ম্ম।

মন্‌কিৰ নেকিৰ—মৃত্যুৰ পিচত কবৰত মৃতকক প্ৰশ্ন সুধিবৰ কাৰণে নিযুক্ত ফিৰিস্তা।

গোবৰ চাৱাল—কবৰৰ প্ৰশ্ন। মুছলমানৰ বিশ্বাস যে ছুগৰাকী ফিৰিস্তা আহি মৃতকক কবৰত তেওঁৰ আল্লা কোন, ৰছুল কোন, ধৰ্ম্ম কি আদি সম্পৰ্কে প্ৰশ্ন কৰে।

চহিফা—কোনো কোনো পয়গম্বৰৰ ওপৰত অৱতীৰ্ণ হোৱা পুথি।

আদম, চীচ, নূহ, খলিল, ঈছা, দাউদ, মুছা—বিভিন্ন যুগৰ পয়গম্বৰ বা মহাপুৰুষ।

মনচুখ—অপ্ৰচলিত। ব্যৱহাৰৰ অনুপযুক্ত।

"ইকৃৰা"—হজৰত মোহম্মদে পোৱা প্ৰথম ঐশবাণী—অৰ্থ "পঢ়া"।

কন্দিল—অৱতীৰ্ণ শেষ বাণী। তলবোল-ইলম—জ্ঞান বা বিদ্যাৰ অন্বেষণ। জাহিৰ—প্ৰকাশ। আৱাজ—শব্দ। মোজেজা—অলৌকিক ঘটনা বা অলৌকিক মাহাত্ম্য। ইখ্‌তিলাফ—মতান্তৰ। চেকেণ্ডৰ—আলেকজাণ্ডাৰ। ওফাত—মৃত্যু। চিকম—গৰ্ভ।



ঘোষা—আল্লাৰ বিনে কেও নাই আন ঔ আল্লা হে।

হকৰ বিনে চক্ৰৰ নাই আল্লাৰ বিনে গতি নাই
পানীৰ বিনে নাই নিৰমল।
হকৰ বিনে চক্ৰৰ নাই, আল্লাৰ বিনে গতি নাই,
নবীৰ বিনে নাই নিস্তাৰ॥
আওৱল কলিমাৰ বিনে আন জিকিৰ আৰু নাই
ৰব বিনে অথল ই সংসাৰ॥
ছুনিয়ালৈ আহিলো যে ৰঙে ৰসে বেহালো যে
নেবেহালো মাণিকৰ হাট।
অময়াৰ মাধুৰি পাই মুৰ্ছিদলৈ মনত নাই
নুশুনিলো সৎগুৰুৰ মাত॥
আল্লা আছে আলগত ৰছুল আছে নিলগত
তাৰ ওপৰে আছে খোদাই।
ভাবিলেহে তৰিবা এৰিলেই মৰিবা
দিলতে চিন্তিবা সদায়॥
একেটিযে মাৰলিতে শাৰী শাৰী ৰুৱা তাত
মাৰলিত বিন্ধিলে ঘূণে।
পছোৱাত লৰ চৰ হুৰুসাই পৰে ঘৰ
ঢোকা দিবা ৰাখিব কোনে॥

হক—আল্লা, সত্য। চক্ৰৰ—আৱৰ্ত্ত, কেন্দ্ৰ। নবী—হজৰত মোহম্মদ (দঃ)। আওৱল-কলিমা—কলিমা তৈয়ব, যাৰ মূল মন্ত্ৰ ঃ—আল্লাহ এজন আৰু অদ্বিতীয়, আৰু মোহম্মদ তেওঁৰে প্ৰেৰিত পুৰুষ।

**ঘোষা—জীউ তৰাবলৈ যাৰে মন আছে**
**আল্লাৰ নামকে ধৰ।**

জীউ তৰাবলৈ যাৰে মন আছে
আল্লাৰ নামকে ধৰ।
হকে হালালক বাচি খাই যাবা
বদিকো কৰিবা দৰ॥
হকে হালালক বাচি খাই যাবা
বদিক কৰিবা দূৰ।
হকৰে ঈমানক হকতে ৰাখিবা
কলিমা নামেহে মূৰ॥
মিছাতে বঢ়ালো ভেবেলা শৰীলক
কচুতে ভঙ্গালো কাচি।
আমিতো নেজানো আল্লাৰ এক নাম
কাকে কোনে দিব যাচি॥
হাতত লাঠি ধৰি বাটক হেৰুৱালো
পুৰণি বাটেহে যায়।
পলত মাছ বান্ধি হেলাতে নধৰে
সাগৰত হেতাব যায়॥
আইকো নেজানো, বোপাইকো নেজানো
গুৰুলৈ দি গলো পিঠি।
বেহা বেপাৰলৈ যেনেকৈ ধাউতি
তাৰো (তাতে) আউলিয়া বিধি॥
কপালো কপাল ঐ অভাগী কপাল
কপালত লাগিলে তাল।
জকে মকে কৰি ফুলিবলৈ নেপালে
মলয়াত ভাগিলে ডাল॥



এই সোনা ৰুলে এই সোনা নগজে
মুকুতাই নেমেলে পাত।
আপোনাৰ শৰীলক আপুনি নিচিনা
দমতে যাব হায়াত॥

**ঘোষা—নেৰিবা আল্লাৰ নামে মোল্লাজীউ,**
**নেৰিবা চাহাবৰ নাম।**

আল্লাৰ কুদ্ৰতে বান্দাৰ লগতে
দৰিয়া আহিছে বৈ।
বনি আদমে জীৱৰ খেতি কৰে
হৰেক চহৰলৈ গৈ॥
বনি আদমে জীৱৰ খেতি কৰে
হৰেক চহৰত ৰয়।
বনি আদমে জীৱৰ খেতি কৰে
সাতোটা বাৰকে লৈ॥
বনি আদমে জীৱৰ খেতি কৰে
লগতে ইয়াৰি লৈ।
লগতে ইয়াৰি ললে কাকে কাকে
তাৰ শুনো আমৰু নাই॥
আ'ব আতছ কোন নাম, বাদ কোন নাম
খাক কোন নামে লয়?

হক্-হালাল—সত আৰু পৱিত্ৰ গ্ৰহণীয় বস্তু। বদি—পাপ, অসত, অপকৰ্ম্ম। ঈমান—ধৰ্ম্ম বিশ্বাস। কলিমা—আল্লাৰ নাম। দম—উশাহ-নিশাহ।

আ'বে আতছে খা'কে এই বাদে
চাৰিওৰো পোৱালী লয় ॥
চাৰিও ভাঙিছে চাৰিও পাতিছে
চাৰিও কৰি আছে মেল।
চাৰিওৰে আচলত (আলচত?) এই দুনী পাতিছে
মাটিৰ সাজিছে ভেল ॥
আদমৰ সাজিলে মাটিৰ কলবুদ
বেহাই আমৰু জীউ।
জীৱক বোলো ভাই আমৰু (পামৰু?) মনাই
ভৰযা কৰিছা ক'ত?
যেই বেলা মাৰৰ গৰ্ভে থিত ললো
মায়া হৈ ভেটিলে ত'ত।
ইফালে মথুৰা সিফালে মথুৰা
মাজতে তনৰ সাগৰ।
তনৰে ভিতৰত মনে খেলা কৰে
কি আল্লাৰ বুদ্ধিৰ নগৰ ॥
ভোমোৰা পুৰতে আদম নামে ললে
উভতি দৰিয়া বয়।
উভতি দৰিয়া বব লাগিছে
সোঁতৰ সীমা সঞ্চাৰ নাই ॥
সদৌ চেৰা সোঁতা যাব তলে পৰি
লব ভৰা সোঁতাই ঠাই।
লাহুতে নাচুতে জবৰুতে মলকুতে
চাৰিও দৰিয়া বয় ॥
ভালেকৈ ধৰিবা মাটিৰ কল্‌বুদ
দিবগৈ অময়াত বুৰ।
অময়াৰ দেশতে মায়া নেদেখিবা
জানো মায়া লাগি ৰয় ॥



দেখিলে চবুৰ হও দুপাৰৰ ধূলা লওঁ
বৈ আছো খৰমৰ ভাৰ।
সঁচা গুৰু বুলি তোমাক সেৱা কৰো
নিদানত কৰাবা পাৰ ॥

**ঘোষা—মই তোৰ বান্দা কিছু নেজানিলো ঔ আল্লা হে।**

আল্লা আল্লা বোলা ভাই
নবীৰ নামে সাৰ।
নবীৰ কলিমা পঢ়ি
হৈয়া যাবা পাৰ।
কোনোৰ মনে কাঞ্চন মণি,
কোনোৰ মনে বালি,
কোনো কোনো কৰি আছে
দিল মেহেৰবাণী।

মোল্লা—প্ৰবীন আল্লাভক্ত। কুদৰত—শক্তি, মহিমা। বান্দা—দাস (মানুহ)। বনি-আদম—আদমৰ সন্তান—মানুহ। হৰেক—(হৰ+এক) অনেক, বিভিন্ন। ইয়াৰি—বন্ধু, সাৰথি।

আ'ব—পানী
আতছ—জুই
বাদ—বায়ু
খাক—মাটি
} ক্ষিতি, অপ, তেজ, মৰুৎ।

দুনী—দুনিয়া, সংসাৰ। তন—দেহা, স্থূল শৰীৰ। চবুৰ—তৃপ্ত, আশ্বস্ত। মলকুত—আত্মা থকা ঠাই। কলবুদ—শৰীৰ, মাটিৰ মূৰ্তি।

পীড় মানো মুৰ্ছিদ মানো
ঈমান বান্ধো খুটি,
পিহোঁতে পিহোঁতে শেষে
চন্দন যাব টুটি।
মকৰাৰ সূতে মোমিন
বান্ধে মত্ত হাতী,
দুনাই নেকি আহি পাব
মোমিনৰ সঙ্গতি।
পুখুৰীতে পানী নাই
পাৰ দুটি বুৰে,
বাঁহ আছে, পখী নাই,
জাকে জাকে উৰে।
সাগৰতে ঢউ উঠে
সাগৰে মিলায়,
দিলৰ মাজে উঠে ঢউ
গহীনে ডুবায়।
এক নামে যত পাপ
সংহৰিব পাৰে,
পাপী লোকে তত পাপ
কৰিব নোৱাৰে।
তোমাকে নিচিনি মই
সংসাৰে ভ্ৰমিলো,
কত পুইনৰ ভাগ্যে
আহি লাগ পাইলো।
কোনো পকা, কোনো কেচা
ডালিম ডকৰা
পকিলে সৰিয়া যাইব
যেনে নাৰিকলা (?)



**ঘোষা—নাম সাৰথি, আল্লা জীউৰ লগে যায়॥**

আল্লাই পাতি দিলে এই হাট বজাৰ
পাতে মোহম্মদী গাওঁ।
মুঠি টানে কৰি বাবা ভালে কৰি
তৰত বুৰাব নাও॥
অমনে পমনে দুখানি নৌকা
তাকো ভাল কৰি বাবা।
পুল্‌চাৰাত সাংকো বগাব লাগিব
এখেতে আহি গৈ চাবা॥
এই দুনীৰ সাগৰ ওঠৰটি সোঁতা
নেজানো কোন সোঁতাই বয়।
ইলিমৰ বৈঠা কালামৰ কৰ্শালী
লব ভৰা সোতাই ঠাই॥
কবলৈ ধৰিছে হকৰ মুৰছিদে
আকলৰ আৰছত ধৰি।
সঁচা গুৰু বুলি যি লোকে নভজে
পৰিব তললৈ সৰি॥
ওঠেই কলম, জিভাই কাগজ
দাঁতে চাব চিয়াহী বাটে।
সন্ত মহন্ত আউলিয়া সকলে
একেটি নামতে খাটে॥
সেইটি নামৰ যি জনা মোমিনে
সদায় কৰি আছে ৰতি।
মাৱৰ সাত পুৰুষ বাপৰ সাত পুৰুষ
সিও পাই যাব গতি॥
নামক সেৱা কৰে নামেহে আল্লা
দেৱক সেৱা কৰে দেও।

ধৰম হেন বস্তু ফুৰে অনাই বনাই
চিনোতা নহলে কেও॥
এই দুটি চকু চকুযে নহয়
উই পৰুৱাৰে গাঁত।
আল্লাৰ চাৰি কথা ৰাখিব নোৱাৰা
কেলেই চকু মেলা তাত॥
এই দুই কাণ কাণ যে নহয়,
বাঁহৰ পবীয়া চুঙা।
আল্লাৰ চাৰি কথা ৰাখিব নোৱাৰা
কিয় কাণ পাতি শুনা॥
এই খনি মুখ মুখ যে নহয়
ক'ৰে নুশুকুৰা ঘা।
আল্লাৰ চাৰি কথা লব যে নোৱাৰা
কিয় মুখ মেলি চা॥
নাও তলে গল খুটি উঘালিল
বেহা খৰে কৰি হাট।
বেহাব দিলে তোক হীৰাকৈ মুকুতা,
বেহা কণা-কড়িৰ হাট॥
এই দুনীত থাকোতে বেহাই ল মুকুতা,
পাবি গৈ অময়াৰ থান।
আৰুতো নেপাবি মানবী জনম
আল্লালৈ নকৰ কাণ॥
আপোনাৰ মা-বাপ শৰীলৰ সঙ্গতি
কমাৰৰ হাতিনা তাই।
জীয়াই থাক মানে জীৱৰ প্ৰতিপাল
মৰিলে লগত নেযায়॥

পুলুচাৰাত সাকো—স্বৰ্গৰ পথত সূক্ষ্ম সাঁকো বিশেষ, বিশ্বাস যে পুণ্যাত্মাসকল ইয়াৰ ওপৰেদি সহজে পাৰ হৈ যাব, পাপীবহে পতন হব।
আৰছ—দেৱলোকৰ উচ্চতম স্তৰ বিশেষ।



ঘোষা—মন ভাই, মন ভাই, নাম ললে নেহেৰায়।

নূৰে মোহম্মদী, আল্লাৰ পয়দা, দুনীৰ অধিকাৰী স্বামী॥
আদম চফিউল্লা সবাৰো ইমাম, দমৰ পয়দাচী আমি॥
দমে আদমত খাটনি খাটিবা, নূৰৰ চাই যাবা ৰং।
চাৰিটি চিজৰে মূল নাইকিয়া সি থাকে বান্দাৰ সঙ্গ॥
চাৰিটি চিজৰে চাৰিটি আত্মা চাৰিয়ে ঈমানক লয়।
চাৰিটি চিজকে দমত ৰাখি লৈ আল্লাৰ চিজদা হয়॥
চাৰিটি চিজৰে চাৰিটি আত্মা চাৰিউৰে বিচাৰ টান।
এই তিনি চাৰি আল্লাৰ বিশ্বাসী চাৰিউৰো চাৰি মোকাম॥
আ'বে আতছে এই খাকে বাদে চাৰিও থাকে চাৰি ভাগে।
যাব লাগিছে জগৰা দুনীলৈ, সৃষ্টি বাঢ়িব লাগে।
ৰহনি কহনি দুখনি কিতাব থৈছে আমোলে ভৰি।
আল্লা মোহম্মদক শিৰত তুলিলৈ দিলত লবা একিন কৰি॥

ঘোষা—মনুৱাই পাৰ কৰা মোকে।

তলে দৰিয়া, ওপৰে আস্মান॥
তাৰ মাজে নাও চলে নবীজীৰ ফৰমান॥
গোৰৰ চাৰিউ ফালে চাৰি ডালি খুটি।
সাত দিনৰ সাত খানা, তিন দিনে ৰুটি॥
ঘৰ কেনে বান্ধ মনাই ঘৰ কেনে বান্ধ?
আপুনি মৰিব লাগে, পৰক লাগি কান্দ॥

নূৰ—জ্যোতি (স্বৰ্গীয়)। চফিউল্লা—আল্লাৰ প্ৰিয়। পয়দাচী—জন্ম।

দৰিয়াৰ ঢৌ দেখি চমকিল গা।
ত্রিপানী কুলৰ মাজে মুৰ্ছিদ লাগি যা॥
চাহ-মিলনে বৈঠা বায়, মাদাৰে সিচে পানী।
আপুনি কৰিম আল্লা, সেই নাৱৰ কাণ্ডাৰী॥

**ঘোষা—আল্লা খোদাৰ বুজ্‌ৰুগান ঔ**
**মনুৰাই, তোমাৰ বুজ্‌ৰুগান।**

পচা শিমলুৰে নাওখনি সজালে
নূৰৰ দি গ'ল ভৰা।
এক নাম জাহিৰত, একনাম বাতিনত,
পাতে মোহম্মদৰ ছৰা॥
একেটি বুধিয়ক সজালে কাঠৰ নাও
ছুই বাৰত বৈঠা বায়।
অপাৰ সাগৰত ঢউৰে কোবাইছে
পাৰ কৰা তহ্‌কিক খোদাই॥
ইঞ্জিল, জবুৰ তৌৰাত তিনি যুগ
ফোৰকানত নামিল কোৰাণ।
মোমিনৰ কাৰণে নামিল অজু গোচল
আলিমলৈ কিতাপ কোৰাণ॥

নবীজী—হজৰত মোহম্মদ। ফৰমান—আদেশ। গোৰ—কবৰ। খানা—আহাৰ। মাদাৰ—চাহ মদাৰ পীড়।



কোৰাণ কিতাপক পঢ়ে ৰাতি দিনে
কেও কেওৱে মেলি চাই।
ভাৰস্তৰ বৰিষত জীউৰ পাক লাগিছে
তাহালৈ মনতে নাই॥
ইলিম পঢ়ি পঢ়ি তত্বক হেৰুৱালে,
কালামৰ বিচাৰে সাৰ।
আপোনাৰ মহাভাৰ আপুনি চিন্তিলে
পৰৰ খাইছিলে ধাৰ॥
ইলিম কালাম ফুল কেও নহয় সমতুল
তই মন নহবি গোমোৰা।
শূইনত ফুলিল ফুল তাৰ নাই আদি মূল
তাত পৰি গুঞ্জৰে ভোমোৰা॥
লাহুত নাচুত জবৰুত মলকুত
চাৰি দৰিয়াৰ মূল।
চাৰিও দৰিয়াক যি জনে চিনিছে
দিছে আমৰুত বুৰ॥
মাটিৰ কলবুদ এৰি অময়ালৈ যাবা
অমন পৱনক পাবা।
চনত ভৰি দি নাওখনি বুৰালা,
মমিনে কৰিব কি॥
মোমিনে মোমিনে চেনেহা চেনেহী
চকুৰে চকুৰে বেথা।
নপঢ়া ফকিৰে কবলৈ ধৰিছে
আদি কলমৰ কথা॥

বুজৰুগান—বুজৰুগী—মাহাত্ম্য। নূৰ—জ্যোতি (ঐশ্বৰিক)। জাহিৰ—প্ৰকাশ্য। বাতিনত—গোপন বা অপ্ৰকাশিত। ছৰা—ছৰিয়ত, নীতি, পদ্ধতি। তহকিক—সত্য, শাশ্বত।

ঘোষা—নিয়ত ৰমেজানৰ খোদাইতে খাটনি,
মোমিনে লৈবা জানি।

বেহাজল কোৰাণ তামামৰ ইমাম
আছে কলিমাক লৈ।
চৈধ্য তবকত বিচাৰি আহাগৈ
মুৰ্ছিদৰ পাৱতে থৈ ॥
উজাই ব'লে জবৰুতৰ দৰিয়া
ধাবেদি উজনী বায়।
ভটিয়াই বলে মলকূতৰ দৰিয়া
জানো ভাটি মাৰি যায় ॥
লাহুত নাচুত জবৰূত মলকূত
আওৱল দৰিয়াহে মূল।
থানিৰ পৰা মই অথানিত পৰিছো
মুৰ্ছিদ হাতত ধৰি তোল ॥
কোৰাণ বেহাজল তামামৰ ইমাম
চকুৰ ভিতৰত মণি।
আব'ৰে চাৱালে কৰে ধূৰফুৰ
ধৰিব নোৱাৰে চিনি ॥

ইঞ্জিল, জবুৰ, তৌৰিত, ফোৰকান,—বিভিন্ন পয়গম্বৰ বা প্ৰেৰিত পুৰুষলৈ বিভিন্ন যুগত অৱতীৰ্ণ হোৱা গ্ৰন্থ। ফোৰকান বা কোৰাণেই এনেবিধৰ সৰ্ব্বশেষ গ্ৰন্থ, হজৰৎ মোহম্মদৰ ওপৰত অৱতীৰ্ণ হৈছিল।

অজু—নামাজ আদিৰ কাৰণে বিশেষ পদ্ধতিৰে হাত-মুখ-ভৰি ধোৱা।

গোচল—স্নান, গা ধোৱা। আলিম—বিজ্ঞজন, পণ্ডিত। ইলিম—বিদ্যা, জ্ঞান। কালাম—বাণী, কথা। গোমোৰা—(গোম্ৰাহ) পথভ্ৰষ্ট।

লাহুত, নাচুত, জব্ৰুত, মলকুত—আধ্যাত্মিক সাধনৰ যোগেদি উপলব্ধি কৰা বিভিন্ন লোক বা স্তৰ। যেনে—দেৱলোক, গন্ধৰ্ব্বলোক ইত্যাদি।

কলবুদ—দেহা, কঙ্কাল।

কলম-বাণী, কথা লিখনি।



পূবে ওলাই পছিমলৈ যায়
আহে কোন পিনে ঘূৰি।
বালি চাহীৰ পেটত যি আসন মাৰিছে
চৈধ্য তবক জুৰি ॥
চৈধ্য তবকক ইঙ্গিতত ভাঙ্গিব
আৰছত পৰিব বেৱা।
যদি সত গুৰুত খাটনি ধৰিবা
দিব আল্লাৰ নূৰে গোৱাহ ॥
খোদায়ে পাতিছে ভৰপূৰ ছুনিয়া
বলাইছে মলয়াৰ বাও।
কাণেৰে শুনিছো চকুৰে দেখিছো
কিনো স্থখেমন গাওঁ ॥
তোমাক বুলি যাওঁ ভাই আজৰাইল
তোমাক বুলি যাওঁ ভাই।
অতক মোমিনৰ জীৱক লৈ গৈছা
মইতো দেখা পোৱা নাই ॥
ফৰিয়াদ কৰিলে পয়গম্বৰ চাহেবে
আল্লাৰ আৰছলৈ চাই।
অতক মোমিনৰ জীউক লৈ গৈছা
মইতো দেখা পোৱা নাই ॥
আল্লাই নমাই দিলে বিমানি ৰথক
শূন্য মণ্ডলত ৰ'ল।
ইল্লিনৰ দৰিয়াত জীউক মেলি থলে
নেজানো কিহে লৈ গ'ল ॥
আল্লাই নমাই দিলে বিমানি ৰথক
শূন্য মণ্ডলত ৰল।
যাৰ ঘৰৰ ৰশ্মি (?) আগে আহিছিল
তাৰ ঘৰে ঘূৰি গ'ল ॥

তালুত এই কথা তলুৱাত এই মাথা
ইঙ্গিতত লোৱা খবৰ।
চাৰিওৰে ভিতৰত হায়াতৰে খুটা
সত মুৰছিদক ধৰ ॥
তালুত এই কথা তলুৱাত এই মাথা
অজুদত লোৱা খবৰ।
দমৰ শিতানত বলাব নোৱাৰি
দোৱাম কেনে কৰি মাথা॥
বিচিতে শুকালে, বিচিতে লুকালে,
বিচিতে বিচমিল্লা নাও।
জানা বিচমিল্লাহ তামামৰ ইমাম
বিধি চিনি ঘৰ সোমাও॥
কোৱাণ বেহাজল তামামৰ ইমাম
ভকত ভালে কৰি জান।
মুচল্লি সকলে ফৰীয়াদ কৰিলে
এই বেহাজলৰ থান॥
কৰ লাগিছে কোৰাণ বেহাজলে
চাৰি মজহবৰ কথা।
তনৰ চিঙাকটাক দেখাব নোৱাৰো,
দোঁৱাও কেনে কৰি মাথা॥
দাঁইবো ইলিম ঐ বাইবো কলম ঐ
তাৰ মাজে তনৰ সাগৰ।
খাকৰ সজা সাজি জীৱক বহাইছে
আল্লাহে বুদ্ধিৰ নগৰ॥
ঢলি পৰিল ঐ, জেউতি চৰিল ঐ
নেৰিবা ধৰমৰ ঝুৰি।
জমীন আচমান কঁপে থৰথৰি
যায় কোনো মতে ঘূৰি॥



শিলৰ নাওখনি দিলৰ বঠা গছি,
ভেৰোণ দুই ভায়ে বায়।
একত ধৰিবা পিচলি নপৰা
যদি সঁচা গুৰু হয়॥
দহ শ চুকুৰি নবীচন হিজিৰি
আকৌ পাঁচ বছৰ যায় (?)
আজান ফকিৰে এই জিকিৰ কৰিলে
কোৰাণ কিতাবত পাই॥

ঘোষা—মোমিনে লৈবা জানি ঐ॥

ইঞ্জিলে জবুৰে তৌৰাত ফোৰকানে
চাৰিটি চিজকে লয়।
চাৰিওৰে ওপৰে যি ফুল ফুলিছে
চিনিলে মুকুতি হয়॥
আৰে কোন নাম লয় চোভানাল্লা
খাকে কোন নাম লয়।
ভোমোৰা পুৰতে আল্লাৰ নিজ নাম
উভত দৰিয়া বয়॥
উভত দৰিয়া ব'ব লাগিছে
স্তুঁতিৰ সীমা সংখ্যা নাই।
সৰে চেৰা সোতা যাৰ তলে পৰি,
লব' ভৰা সোঁতাই ঠাই॥
যেনে ভৰা নাওৰ কৰ্ণালী মুকলি
ভৰা নাৰে পাৰ কৰে।
অগ্নি শিখাতে ফুল ফুলি আছে
তললৈ আপুনি সৰে।

ৰজা সপ্তম গুৰু তিনি ডোলে কাটি
ছত্ৰখন ফালিয়ে যায়॥
কিনো ভকতৰে ভাও চোভান আল্লা
কিনো ভকতৰে ভাও।
আগলৈ বাই গলো পিচলৈ নেচালোঁ
কোনে ওপজালে মাও॥
মুখেকৈ থাকোতে নলও আল্লাৰ নাম
পাতকত গৈ আছো বুৰ।
কিনো গতি হলে মোৰে চোভানাল্লা
কি-কৈ গতি হব মোৰ॥
আজুৰি আনিলে মুখে নাম নাহিলে
তেবেঁ ওপজালে মাও।
যেনে মৌ ডিমকুৰ ভিতৰে পকুৱা
ওলাবৰে সন্ধি নাই॥
বালি চাহিৰ পৰা হস্তীক সীমা কৰি
অনেকে জনমে পায়।
যেনে মৌ ডিমকুৰ ভিতৰে পকুৱা
ওলাবৰে সন্ধি নাই।
সত্ত্ব, ৰজ, তম, তিনি ডোল কাটি
ছত্ৰ ফালি জীউ যায়॥
লাহুত নাচুত জবৰুত মলকুত
চাৰিও দৰিয়াৰ মূল।
চাৰিও দৰিয়াক যি জনে চিনিব
দিব অমূলতে বুৰ॥



ঘোষা—হক হুৰ বিনে আল্লা কেউ নাই আন।
হক হুৰে জুৰি আছে জমিনো আস্মান॥

আকলৰ দৰিয়াত পৰি তলে গলোঁ
তৰিবৰহে নললো চিন।
হাততে তৰোৱাল ধৰি আজ্ৰাইলে
জীৱক কৰে ভিন ভিন॥
লাহুতৰ দৰিয়াত যিটো বুৰ দিলে
মনৰো ভাগিল সংশয়।
গাৰে হাড় ছাল গাতে বাঢ়ে টুটে,
আয়ুখিনি মুঠেই খয় (ক্ষয়)॥
গাৰে হাড় বাঢ়ে মনত ৰং লাগে
কিবা পিতল দেখোহে পুত (?)
কৰম নচিবত লেখে চাহেব বখতত
এইটো দুখ আৰু সুখ।
আপোনাৰ আকলক বুজাব নোৱাৰো
লোকৰে মনলৈ ধায়।
পলত মাছে বান্ধি হেলাতে নধৰি
সাগৰত হেতাব যায়॥
আপোনাৰ মৃত্যুক তথাপি নেদেখে
লোকৰহে মৃত্যুক দেখে।
কেৰামন কাতেবীন দুজনা ফিৰিস্তা
গুনাহ ভাই দিলতে লেখে॥
এই তন্ ফানা, আকলে নেৰাখে
তোৰ জানো পৰিচয় নাই।
পীড় মুৰছিদক শিৰত তুলি লৈ
আজান ফকিৰে গায়॥

**ঘোষা—অ' ৰহিম আল্লা, অ' চোভান আল্লা।**

সাতে (গা'তে) আস্মানে, সাতে (গা'তে) জমিনে
আকল হৈ মেলিলে পুলি।
ৰূহৰে ভিতৰত ওলাল চৈধ্য সাক্ষী
ওলাইছে পুলি মেলি॥
চুন্নতে ফৰজে হলে একেমতি
ৰূহানি কিতাবত পায়।
ৰূহৰে বাতৰি উঠিল কলমলৈ
ইলিমৰ চেতনা নাই॥
ইলিমে কলমে (কালামে) একেটা লিখিলে
তেবে ফকিৰালি হয়।
এজনা হকিকত এজনা ছৰিয়ত
দুজনাক মানি যাওঁ গুৰু॥
পূবে আয়ু পছিমে বায়ু
মধ্যত আমৰু জীউ।
আমৰু জীউৰে ফুৰে ঘৰে (ধৰে) সলাই
দহখন দুৱাৰক পাই॥
দহখন দুৱাৰৰ দহোটি দুৱৰী
দহো ৰূপে গুণে বিলায়।
মাতিব ধৰিলে মুখৰখন দুৱাৰে
আদমী চিনি নেপায়॥
আস্মান সৰজিলে জমিন সৰজিলে
ছায়াত সৰজিলে কায়া।

হক হু—সত্য, ভগৱান, আল্লা। জমিন—পৃথিবী। আস্মান—আকাশ। আকল—জ্ঞান, বুদ্ধি। আজৰাইল—যমদূত। নচিব—কপাল। বখ্‌ত—ভাগ্য। কেৰামন, কাতেবীন ফিৰিস্তা—পাপ-পুণ্যৰ গনণা ৰখা দূত। গুহ—পাপ। ফানা—নশ্বৰ।



সজাৰে ভিতৰত মইনাক সৰজিলে
আল্লাৰ তাত কিনো মায়া॥
ইবিলে সিবিলে দুখনি দৰিয়া
পানী হৈ খেলনি কৰে।
ই পানী নহলে ই সৃষ্টি নেবাঢ়ে
জীৱ হৈ উমলি ফুৰে॥
মূৰৰে চুলিয়ে কাণকো ঢাকিলে
পৃথিবী ঢাকিলে বনে।
গেন্ধেলা পানীতে সোণা কমাই ললে
আমাক চিনাই দিব কোনে?
আবেলি বেলিয়া বানে বৰষুণে
সাতো সাগৰৰে বেৰা।
পাৰিকি নোৱাৰি ভৰষা কৰিব
তথাপি মেলি যাওঁ খেৰা॥
বৰে বৰে গছৰ বৰে বৰে বতাহ
বতাহ কোন ঢালে বয়।
পঢ়ুৱা আলিমক সোধা ভালে কৰি
বতাহক কি দিলে ৰয়॥
ওঁঠেই কলম জিবাই কাগজ
দাঁতে চাব চিয়াহী বাটে।
হকতু হেজাৰে আউলিয়া সকলে
একেটি নামতে খাটে (মাতে)।
সেইটি নামৰে যিজনা মোমিনে
সদায় কৰি আছে ৰতি।
মাৰৰ সাত পুৰুষ বাপৰ সাত পুৰুষ
সিও পায় যাব গতি॥
যাকে সৰু বোলো সেয়ে সৰু নহয়
মাৰে আচমানে দেও।

আচমানৰ পৰা বাগৰি পৰিব
ৰাখোতা নহব কেও ॥
চালেও নেৰাখে বেৰেও নেৰাখে,
নেৰাখে তিখিৰ ( ? ) দেও ।
গুৰুৱে ভকতে নেৰাখে এমানে
ৰাখোতা নহব কেও ॥
নীতি ধৰম আচৰণ প্ৰৱৰ্ত্তন
মনেই মহন্তৰ সং ।
সন্ত জনলৈ আশা মই কৰিছো
আশা নকৰিবা ভঙ্গ ।
নীতি ধৰম আচৰণ প্ৰৱৰ্ত্তন
মনেই মহন্তৰ সং ।
সন্ত জনেৰে পিৰীতি কৰিছো
পিৰীতি মহা ধৰম ।
সন্ত জনেৰে পিৰীতি কৰিছো
আল্লাৰ পাৱলৈ চাই ।
আল্লাৰ এক নাম পছোৱা বতাহ
আল্লাই দিলেহে পায় ॥

ৰহিম—কৰুণাময় । চোভান—( চোৱহান )—মহৎ, প্ৰশংসনীয় । ৰুহ—আত্মা । চুন্নত—হজৰত মোহম্মদৰ ( দঃ ) নিৰ্দ্দেশত অৱশ্য পালনীয় কাম। ফৰজ—আল্লাৰ নিৰ্দ্দেশত অৱশ্য পালনীয় কাম । ৰুহানি—আধ্যাত্মিক ।

ইলিম কালাম—( reason and revelation ) বিদ্যা আৰু ঐশ তত্ত্ব ।

হকিকত—সত গুৰু,—গূঢ় সত্য । ছৰিয়ত—ধৰ্ম্মীয় বিধি বিধান। আদমী—মাহুহ । হকতু—( হক ) সত্য । আউলিয়া—সত্য-সাধক ।



ঘোষা—বিচাৰ কোন ৰূপে পালা ঐ আল্লা ।

এইটো চাৰি যুগে (যোগে) বিচাৰ যে কৰিলো
আতমা চিনি নেপায় ।
চাৰিও যুগৰে চাৰিটি কলিমা
চাৰিওকে ইমামে লয় ॥
এই চাৰিৰ ওপৰে যিটি ফুল ফুলিছে
চিনিলে মুকুতি হয় ।
এই চাৰি যুগে ভৰমি আহিলো
আল্লাকহে কেৱলে কয় ॥
তুই পাৱত ধৰি চিজ্‌দা কৰিছো
যদি আল্লাৰ পাৱে লয় ।
এই চাৰি যুগে ভৰমি আহিলো
কৰিমে ৰহিমৰ তন্‌ ।
তুই পাৱত পৰি চিজ্‌দা কৰিছো
পাৱত নুগুচাবা মন ॥
এইটো চাৰি যুগে ভৰমি আহিলো
কতো নুজুৰালে তন্‌ ।
ইদৰে থাকোতে দৰশন নেপালো,
জীউ যাব নকৰা মন ॥
মানৱী জনম পাই আল্লাকে নিচিন
মৰণক নকৰ দৰ ।
দম পলকতে চাহাবে ভাঙ্গিলে
বত্রিশ লক্ষণৰে ঘৰ ॥
মানৱী জনম পাই আল্লাকে নিচিন
যতনাহে বহুতো ঘূৰ ।
খোদাৰ হুকুম হব জীৱক লৈ যাব
নামকহে বুলিবা মোৰ ॥

মানৱী জনম পাই আল্লাকে নিচিন
কিনো নিদাৰুণ চিত।
হৰেক চহৰত খাওঁ ভিক্ষা কৰি
নামকহে পাইছো বিত॥
দুই চকু মুদিলে কাকো কেও নেদেখে
পলকে হৈব আন্ধাৰ।
ক'ব লাগিছে হকৰ মুৰছিদে
এইটো বাৰেহে বাৰ॥

ঘোষা—হয় চাহেব হয়।

ৰগৰ কামি কাঠি দমৰ ধৰণী,
সজাই লওঁ কলিমাৰ ঘৰ (গড়)।
হাড়ৰ কামি কাঠি চালৰ চাটনি
সজাই লওঁ খাকৰে ঘৰ॥
খাকৰ ঘৰে সাজি আমৰু বেহালে
আচল হৈ বিচাৰে চল।
কাহৰে ভিতৰত দমে বাটি কৰে
যাক দেখো চাহেব নজৰ॥
কাক সুধি যাম কোনে কৈ যাব
আদি কলমৰ কথা ?
চপায়ে আনি মই বুজাব নোৱাৰো
দোৱাম কিয়ে বুলি মাথা॥
তালুত এই কথা তলুৱাত এই মাথা
ইঙ্গিতত লোৱা খবৰ।



মক্কাত এক চিজ্দা, মদিনাত এক চিজ্দা
দিলত এক ৰাকাত পঢ়॥
দুনীৰ বৰপীড়ে বেহানি বেহালে
অমূল হৈ বেহালে হাট।
বেহাব দিলে মোক হীৰাকৈ মুকুতা
বেহাৰ কণাকড়িৰ হাট॥
অন্ধলা, ক'তে হেৰুৱালি বাট,
ক'তে হেৰুৱালি বাট,
বেহাব দিলে তোক হীৰাকৈ মুকুতা,
তই বেহা কণাকড়িৰ হাট॥

ঘোষা—হক নামে কলিমা, পাকে নামে পীড়।
আল্লাৰ জিকিৰ ঔ আল্লাৰ জিকিৰ॥

কহলি কমলি শীতলা মজলা
আল্লাৰ চাৰিজনী গাই।
ধুব (দুহিব) লাগিছে বনি আদমে
গোটে সমে শৰীৰ যায়॥
সৰু কৈ সৰু অতি বৰ সৰু
সৰুতহে ভকতি ৰয়।

ৰগ—শিৰা, উপশিৰা। দম—উশাহ, নিশাহ। খাক—মাটি। চাহেব-নজৰ—দৃষ্টিৰ গৱাকী, জ্যোতির্ময়। চিজদা—ইচলামী পদ্ধতিত প্ৰণিপাত বা সেৱা। ৰাকাত—নামাজৰ আসন বা অংশ বিশেষ।

বৰে কৈ নোৱাৰে সাগৰ পাৰে হব
সৰুৱেহে পাৰ হয় ॥
যাকে সৰু বোলো সেয়ে সৰু নহয়
মাৰে আচমানে দেও।
আচমানৰ পৰা বাগৰি পৰিব
ৰাখোতা নহব কেও ॥
চালেও নেৰাখে বেৰেও নেৰাখে
নেৰাখে তিখৰ (?) দেও।
খোদা ৰছুলৰ হুকুম নহলে
ৰাখোতা নহব কেও ॥
দেখি ফোৰকান কৰে আওকাণ
আখেৰি ৱক্তৰ বেলা।
বৰ বৰ বিৰিখ উঘালি পৰিব
মাৰে নিজ গুৰুক ঠেলা ॥
বৰে বৰে গছৰ বৰে বৰে বতাহ
বতাহ কোন দিশে বয়।
পঢ়ুৱা আলিমক সোধা ভালে কৰি
বতাহক কি দিলে বয় ॥
পূবে পুখুৰী উত্তৰে মোমিন
মাজত চৌত্রিশ-হেজাৰ জাঠি।
পছোৱা বতাহে ফুৰে ভাঙ্গি চিঙি
থৈছে ইন্দ্ৰত (?) ৰাখি ॥
মক্কালৈ নগলো মদিনালৈ নগলো
নহলো মুৰ্ছিদৰ ভেট।
তীৰে তীৰে নৌকা কৰে অহা যোৱা
আন্ধাৰত ভৰাও পেট ॥



**ঘোষা—মনুৰাই, দূৰ কৰা মনৰে বঢ়াই।**
**মানৱী জীৱন আৰু নাহে ঘূৰাই ॥**

মাছক লাগি বগুলাই জুপি আছ মনুৰাই
ৰখে (ৰসে) আছ কেমনে মৰদ হেই।
পানী শুকাই যাব বগে ধৰি খাব
কিমান পানীৰ তই মাছ হেই মনুৰাই ॥

বিষয়খন বিষয়খন গলগ্ৰহ বিষয়খন
বিষয় গলৰ মণিহে মনুৰাই।
বিষয়ৰে লগতে পানীত তই শুকাইছ
চা মন দকৈ গুণি হেই মনুৰাই ॥

সাগৰলৈ এ বুলি বান্দাই জাপ মাৰিলে
মানিকো পাবৰে আশে হে।
সাগৰো শুকালে মাণিকো লুকালে
বান্দাৰ নাই কপালৰ ভাগে হেই মনুৰাই ॥

বিষয় তোৰ বিষধৰ বিষয় তোৰ দৰাদৰ
বিষয় তোৰ খাওঁতা নাই।
এই ভৱ নদীত পৰি তলে গৈলো
বিষয় মণি গলতে বান্ধি হেই মনুৰাই ॥

একে জুপি বিৰিখে ছুনিয়া আলম জুৰিছে
নতু দেখো বিৰিখৰ গুৰি।
দৰখ্‌তৰ সৰু পাত অজু নামাজ লিখা তাত
পাতে আছে কুণ-জুণ কৰিহে মনুৰাই ॥

দৰখ্‌তৰ সৰু পাত অজু দোৱা লিখা তাত
বান্দাৰ নামো লিখা আছে তাত।

ৰিজাচৰ মাজে বৈ আল্লাৰ নাম আছে বৈ
দিলৰ মাজে দৰিয়া বয় হেই মনুৰাই ॥
পাত নাইকিয়া বিৰিখিৰ গুটি লাগে বিহিস্তৰ
পানী নাইকিয়া নদী ধীৰে বয় হেই মনুৰাই ॥

**ঘোষা—জীৱৰ সাৰথি নাম।**
**সতগুৰুক ভেটিবা, আতমাক চিনিবা, সিজিব দীনৰে কাম॥**

অমন পখনক চন্তালি ৰাখিবা কোনোবাই ভাঙ্গিব ধৰি।
মনৰ পাঁচ হাতীক থিৰ কৈ বান্ধিবা কলিমা লাহৰে জৰী ॥
মনকে বান্ধিবা, মনকে চাটিবা, মনকে নিদিবা লাই।
অবুজন মনকে বুজাব নোৱাৰি যেনে গজমুৰী গাই ॥
মনকে বান্ধিবা মনকে চাটিবা, মনকে নিদিবা লাই।
দুৰ্জ্জন মনকে বুজাব নোৱাৰি, বুজায়ো পাৰ নেপায় ॥
তিনি আঠে বছৰ মনকে বুজালো জগৰা বনলৈ যায়।
জগৰা বনলৈ কেলেই নেযাব, সৃষ্টি বাঢ়িবৰ ঠাই।
বাঁহে কি এ তিতা, গজালি কোমল, খাওঁতে মাধুৰি ভাল।
কুকুৰাৰ ডিমাতে পানী ঢল ঢল তাতে কুকুৰাৰ আল॥
জাৰবে কোমল সৰগৰে ৰ'দ ঘামৰে কোমল বা।
মাতৃৰ গৰভত দহ মাহ নৰকত, পণ্ডিতে বিচাৰি চা।
জুয়ে কোমলাৰৰ লাহে লোৰে, পানী কোমলাৰৰ মাটি,
নামৰে কোমল, ভকতৰে বচন, ধৰিছে অমূলক আঁটি।

দৰখত—গছ, বৃক্ষ। দোৱা—প্ৰাৰ্থনা। দিল—অন্তৰ। বিহিস্ত—স্বৰ্গ।



এইনো বৰে ঘৰ কেলেই সাজিলা, শুবলৈ নোজোৰে পাটি।
গাৰঁৰে গিয়াতী চপাই মাতি আনি ল'লা বাৰীচুকত মাটি।
কাপে কাপে তুলা ডিঙিত শিলিখা, ককালত পিন্ধিলা লোং।
যাবৰ বেলিকা ল'লা কিয়ে নাম, তললৈ মূৰকৈ শুণ ॥

**ঘোষা—দুই মনে ভাবিলে ভৰা ডুব ঐ চাহেব।**

যেনে ভাটী পানী চৌদিশে নচলে
যেনে বাৰিষাৰে বাণ।
সচা গুৰু বুলি তোমাতে ভজিলো
চিনাই দিয়া ত্ৰিপানীৰ ঘাট ॥
ত্ৰিপানী চন্দনৰ ঘাট নিতে গোচল কৰে তাত
পানীৰ জমক হে নাই।
ত্ৰিপানী চন্দনৰ ঘাট নিতে খেলা কৰে তাত
দহো নখে নোচোৱে পানী ॥
লাও ডুবে ডুবে পানী ডুবে ডুবে
আছে ডুবে ডুবে কৰি।
খোদাৰ দোস্ত পয়গম্বৰ বন্দেগী কৰিছে
তনৰ মচুলা পাৰি ॥
লাও ডুবে ডুবে পানী ডুবে ডুবে
আছে ডুবে ডুবে কৰি।
খোদাৰ দোস্ত পয়গম্বৰ বন্দেগী কৰিছে
মধ্যৰ মোকামত বহি ॥

শিলিখা—খিৰ্কা-ফকীৰ সন্ন্যাসীৰ পৰিধান, জীৰ্ণ বস্ত্ৰ।

এক ফুল অলিয়া এক ফুল মলিয়া
আৰু ফুল ললিত বৰণ।
একেটি ডালতে চাৰি ফুল ফুলিছে
চাৰিওৰো চাৰি বৰণ॥
চাৰিওৰো উপৰি যি ফুল ফুলিছে
ভজোতা জনেহে পায়।
যাকে যিয়ে লাগে তাকে সেয়ে পায়
মুৰ্ছিদৰ ঘৰতে গৈ॥
মুৰ্ছিদক নিচিনি আখেৰত হ'ব কি
ক্ৰোধে পাপে পিঠি দি যায়।
কলিৰ পুত্ৰৰ বল খোদালৈ নাই ডৰ
আখেৰত নেপাবা খোদাই॥

গোচল—স্থান। দোস্ত—প্ৰিয় বন্ধু। বন্দেগী—উপাসনা। মচুলা-মচুল্লা—নামাজ পঢ়া আসন।

**ঘোষা—যায় কলন্দৰ মৰণ সকল হে।**
**ভাব কলন্দৰ মৰণ সকল হে॥**

পানী পাই পুনীয়ে কৰে তুলবুল
বামে পাই ধৰিলে শিয়া।
পহুলি পহুলি কিহৰ জুমা জুমি
দৰা নাইকিয়া বিয়া॥
ফকীৰে ঝুলি কান্ধে ললে তুলি
জানো ক'তে পৰি ভাগে।



বামত পাৰে কণী পানীত লয় উমনি
জানো কিনো কৰি জগে॥
ফকীৰৰ ফিকিৰ জিভাত জিকিৰ
লাগিল তালুকাত ধ্বনি।
ফকীৰৰ লৰা দৰ্‌বেছৰ নাতি
কৈ যাবা এই সাৰ মানি॥
পানীত জিলিকিল ফেনে ফুটুকাৰে
বামত জিলিকিল চন্দা।
ফকীৰৰ লৰা দৰ্‌বেছৰ নাতি
কৈ যাবা এই সবৰ কথা॥
হাতে মেলি মেলি আঙুলি কেকোৰা
মুখে লিখি ললে ৰিবা (কিবা?)
বেহাজল কোৰাণত সজাত নকৰিলে
আখেৰত পুৰিব জিবা।
নাৰত ভৰা দিলে কচলু কোমোৰা
বাৰত তুই ভৰি দি।
মৰদ হৈ নেজান এই তনৰ খবৰ
আওৰত হৈ বুজিব কি?

কলন্দৰ—উচ্চ মাৰ্গৰ সাধক বিশেষ। ঝুলি—মোনা। ফিকিৰ—চিন্তা, বুদ্ধি। দৰ্‌বেছ—সাধক ফকীৰ। মানি—মানে, অৰ্থ। বেহাজল—কোৰাণ—এই কোৰাণ। আখেৰত—শেহান্তৰত। মৰদ—পুৰুষ। তন—দেহা, শৰীৰ। আওৰত—স্ত্ৰী।

ঘোষা—ঔ আল্লা হে।

দুনীয়াই এদিনৰ দুনীয়াই দুদিনৰ
দুনীয়াই ফুলনী বাৰী।
কতক চলে বলে কৰ তই দুনীয়াই
ধৰিব খেৱালী মাৰি॥
খেৱালী জালৰে গুৱা বাৰে বুৰি
পাবে লেখে-জোখে নাই।
টিকনিতে ধৰি চোচনি মাৰিব
সবাকো একে ঠাই পাই॥
ছাইৰ আলি বান্ধি কি কৈ বগাবি
বৰষুণৰ টোপালত ভাগে।
শিলৰ আলি বান্ধি বগাব জানিলে
তেহে গিৰিহঁতে ৰাখে॥
ববাকৈ আদমে পুখুৰী খনালে
চৌপাশে বান্ধিলে পাৰ।
এনুৱা পুখুৰীত চিতহৈ বুৰিলে
মলিও নুগুচিল গাৰ॥
পুখুৰী ইচনে পুখুৰী বিচনে
পানীত পোনাবাঁহ চৰে।
পানীৰ পোনাবাঁহি বামলৈ উঠিলে
সাধুৰ গুণ বিলাপ কৰে॥
নামৰে ডাঙৰ চাৰিটি কলিমা
চিজৰে ডাঙৰ ভাত।
তাকে নেখালে পামৰু নবহে
নোলায় শৰীলৰ মাত॥
আকাশত ফুলিলে আকাশী চন্দ্রমা
তাত পৰে সোণৰ ভোমোৰা।



আপোনাৰ শৰীলক আপুনি নিচিন
হৈ আছ জীয়াতে মৰা॥
বনি আদমে এই আলি বন্ধালে
দীঘলী এখনি থল।
হাৰা ও আদমে পুখুৰী খনালে
সৰিয়হ নগলে তল॥
এই দুনীয়ালৈ কেলেই আহিলোঁ
সকতে নগলো মৰি।
গোৰ আজাবৰ বাতৰি শুনি মোৰ
আগলৈ নচলে ভৰি॥
কি কাম কৰিলো কি বুধি কৰিলো
বাৰীত ডামে কলা ৰুই।
আগেয়ে নেজানো এতিয়া জানিলো
শৰীলত একুৰা জুই॥
সৰুৰে পৰা গৰু ৰাখিছিলো
মাথাৰো পকালো চুলি।
পামৰু মনায়ে বুজিব নোৱাৰে
নামেহে সাৰ কথা বুলি॥
এই বৰ ঘৰ কেলেই সজালা
কেলেই সাচিলা ধন।
জপাৰ বৰে কাপোৰ জপাতে পচিব
হাড়তো গজিব বন॥
বৰে ঘৰ ভাগিলে সাজিম ভালে কৰি
কালতকৈ ৰূপহী কৰি।
দেহা বুঢ়া হলে ৰাখিম কেনে কৰি
যাব নিজ ঘৰে চলি॥
ঘৰো ভাগিব মাড়লি হালিব
চ'তিত ধৰিব ঘূণে।

মৌৰতৰ টেকেলাই ধৰি লৈ যাব
জামিন হৈ ৰাখিব কোনে ॥
ঘৰো ভাগিব মাড়লি হালিব
বাটিবৰ নহব পৰ।
দীঘলে তুমাৰি পথালি এমাৰি
লবা বাৰী চুকত ঘৰ ॥
কাষৰি নেযাবা বাগৰি পৰিবা
আচল দৰিয়াৰে কোল।
ধনো এৰিলো জনো এৰিলো
মোল্লা হাতত ধৰি তোল ॥

**ঘোষা—কলিমাৰ নাম সাৰথি, আল্লা, জীউৰ লগে যায়।**
**কলিমা হকিকত, কলিমা ছৰিয়ত, কলিমা পঢ়িব পায় ॥**

কলিমাহে ল' মোমিন কলিমাহে সাৰ।
কলিমা নহলে বান্দা, দিনতে আন্ধাৰ ॥
কলিমাহে ল' মোমিন ভেটি আছে কালে।
যেনে মৃগ পছু ভেটে চৌপাশে জালে ॥
কলিমাৰ নাম সাৰথি জীউৰ লগে যায়।
যি ঠাইলৈকে চালাম যোগায় তাতেই খোদায় ॥

চিজ—বস্তু, দ্ৰব্য। বনি আদম—আদমৰ সন্তান, মানুহ। হাৱা—Eve, প্ৰথম নাৰী।

গোৰ-আজাব—কবৰৰ শাস্তি। মুছলমান সকলে বিশ্বাস কৰে যে পাপী লোকে মৃত্যুৰ পিচত কবৰৰ ভিতৰত শাস্তি ভোগ কৰে।

মৌৰত—মৌত, মৃত্যু। জামিন—লগা হোৱা।



কলিমাহে ল' মোমিন থাক আৰছত।
কলিমা ললে দোৰোস্ত নহয়, না-পাকৰ মুখত ॥
কোকিলৰ ডাকৰ আগে সৰ্ব্বলোক জাগে।
কিবা বস্তু লৈয়া যাবা গুৰুজনৰ আগে ॥
নিশিয়া পোহাই গৈলে কোকিলে কাঢ়ে ৰাও।
সাউদ সতে চাহ মিলনে মেলি আছে নাও ॥
পুৰুষৰ জাতি যেন অনেকলৈ মন।
পৰেক নিশা আছন্তে নেপায় চেতন ॥
ৰাতি দিনে টুটে আয়ু নিচিনে খোদায়।
পুৰুষৰ জাতি যেন নামেহে চেতাই ॥
আতমাতে আছে সব বিচাৰি নেপায়।
কলিমাৰ নাম সাৰথি জীউৰ লগে যায় ॥

**ঘোষা—হক্ লাইলাহা ঐ—ইল্লা হু।**
**মোহম্মদৰ ৰছুল আল্লা চোভানাল্লা হু ॥**

নামেহে পৰম ধন শুনা মোৰ ভাই।
বিষয়তে ছয় ( চৰ ) মূল মানিক বিকায় ॥
বিষয়তে বিয়াকুল মোৰো নহল বুলি।
ধৰিছে মওতৰ কালে নেচাও চকু তুলি ॥
যতেক দেখো ভাৰ্য্যা পুত্ৰ একে বুলি ধৰো।
এৰিয়াৰে আমাৰ সমান ( ? ) বিষয়তে মৰো ॥

দোৰোস্ত—শুদ্ধ। 'না' পাক—অপবিত্ৰ। চেতাই—সজাগ বা সাৱধান কৰি দিয়া।

জিগিৰ মথিয়া, মথি কলিমা পালো সাৰ।
আল্লাৰ বিনে যতেক দেখো সৰ্ব্বে অলঙ্কাৰ॥
অনেক শাস্ত্ৰৰ মুখে যাহাৰ গুণ গায়।
হেলাতে অমূল্য ৰতন হাততে হেৰায়॥
আজি ভাটি কালি ভাটি ভটিয়াওঁতে যায়।
ভটিয়াওঁতে ভটিয়াওঁতে সাগৰো শুকায়॥
শিৰৰ চাহেবে কয় জীউ হেলে বৈয়া যায়।
মায়াৰ বাঘিনী পাইয়া লাৰি চাৰি খায়॥

**ঘোষা—নেৰিবা কলিমা, ধৰিবা কলিমা**
**কলিমা নামৰে গুৰি।**

আওৱলতে এই কলিমা আখেৰতে এই কলিমা
জাহিৰতে এই কলিমা বাতিনৰো মূল।
ছৰিয়তত এই কলিমা হকিকতত এই কলিমা
তৰিকতত এই কলিমা মাৰিফতৰ মূল॥
আছমানতো এই কলিমা জমিনতো এই কলিমা
দোজখতো এই কলিমা বিহিস্তৰো মূল।
আৰছতো এই কলিমা কুৰছিতো এই কলিমা
লৌহতো এই কলিমা মহফুজৰ মূল॥

"হক্ লাই লাহা……চোভানাল্লা হু"—আল্লাৰ বাহিৰে কোনো পূ[জ্য]
জন নাই। মোহম্মদ আল্লাৰ ৰছুল।

চৰ—(চৰমায়া)—মূলধন Capital। মওত—মৃত্যু। এৰিয়াৰে আমা[ৰ]
সমান—অৰ্থ বুজা নেযায়।



ডুনীয়াতো এই কলিমা ইল্লিনতো এই কলিমা
জিন্দেগীতো এই কলিমা মৰতৰো মূল।
লাহুততো এই কলিমা নাচুততো এই কলিমা
মলকুততো এই কলিমা জবৰুতৰো মূল॥*

**ঘোষা—হায় হায় অ',**
**অজৰ হলে ফজৰ হয়, মোমিন মুছলমান।**

বেগাৰ হৈয়া কৰে অজু তজু।
অজু তজু কৰিবা আল্লাৰ নামক লৈবা
বিহিস্তৰ নিচানি লৈবা কিছু॥
আওৱলতে লৈবা আল্লাৰেহে নামকে
দোৱমে লৈবা নামে ৰছুল।
ডাক দিলা ফুচুৰাই মাও বিবি ফাতিমাই
মক্কা মদিনা আছে কত দূৰ॥

* এই জিকিৰৰ মূল বিষয় কল্‌মা তৈয়ব বা প্ৰথম কল্‌মাৰ মাহাত্ম্য। (আল্লাত বাজে আন কোনো আল্লা নাই, আৰু মোহম্মদ (দঃ) তেওঁৰে ৰছুল)।

আওৱাল—প্ৰথম। আখেৰ—শেষ। জাহিৰ—প্ৰকাশ, ব্যক্ত। বাতিন—গোপন, আভ্যন্তৰীণ। ছৰিয়ত—প্ৰকাশ্য ধৰ্ম্মকাম। হকিকত—সত্য (আভ্যন্তৰীণ)। তৰিকত—পন্থা। মা আৰিফত—আধ্যাত্ম সত্য উপলব্ধিৰ অৱস্থা বা স্তৰ। আৰছ—উচ্চতম স্থান, য'ত স্বপ্ৰকাশ আল্লা বিৰাজমান। কুৰছী—আসন, যত স্বপ্ৰকাশ আল্লা অধীস্থিত। লৌহ, মহফুজ সংৰক্ষিত স্থান বিশেষ যত, আল্লাৰ জ্যোতিয়ে প্ৰকাশ লাভ কৰিছে। ইল্লিন—মৃত্যুৰ পিচত মানবাত্মাৰ থকা ঠাই।

চৈয়দে ৰছুলৰ বেটা পীড়ে বোলে লৈ যায়
ৰৰ পীড়ে হজৰত ৰছুল।
যেতে বেলা পয়গম্বৰ খোদাৰ ঠাইলৈ যাওঁতে
খলকে খলকে উঠে নূৰ॥
নূৰ মালিৰ ইচন্দে নূৰ মালিৰ বিচন্দে
নূৰ মালিৰ পঞ্চ দুৱাৰ।
যেতে বেলা পয়গম্বৰ খোদাৰ ঠাইলৈ যাওঁতে
লগত ললে চাৰি ইয়াৰ॥
লিহি লিহিৰ ঘোৰাটিত চৈয়দ হলে চাৰাৰ
হাতত ললে সোণৰে চাবুক।
নেযাই নিবিলাই ধন বান্দাৰ কঠিন মন
যাচি তেলে নলগালো বাতি।
যাৰে ধনে মালে সেয়ে চিনি নেপায়
ৰখিলৰ মূৰত মাৰে পঞ্চ লাঠি॥
এই খাকৰ ভৰণে এই খাকৰ বুৰণে
খাকক লাগি হৈলা উতপতি।
সাতো হাজাৰ আলমে এই খাকক ভজিব
খাকে হব বান্দাৰ বিচমপতি (?)
মধু পান কৰিয়া ভোমোৰা উৰি গ'ল
মিছাতে কান্দিলা বাপ-ভাই।

বেগাৰ—সম্ভৱতঃ বে'দাৰ—সাৰ পোৱা। দোৱম—দ্বিতীয়। ইয়াৰ—বন্ধু, সহচৰ। ৰখিল—কিৰ্পিন। বিচমপতি—(?) বিষম পতি (?)



**ঘোষা—নেৰিবা কলিমা জিকিৰ লৈবা বুকত বান্ধি।**

নেৰিবা কলিমা ধৰিবা কলিমা
কলিমা ধৰমৰ গুৰি।
একেটি কলিমাই ব্ৰহ্মাণ্ড ভেজিলে
চৰাই হৈ আহিলে ঘূৰি॥
লোৱৰে হাতুৰি লোৱৰে নিয়াৰি
লোৱৰ শৰাহেৰে ধৰে।
নিয়াৰিত তুলি লৈ কোবকে মাৰিলে
চৈধ্যখন ব্ৰহ্মাণ্ড লৰে॥
মচ্ৰিকে মগ্ৰিবে দেখো কত দূৰে
দুই কদমৰ বাট।
এই নাক মুখ বিচাৰি নেপালো
চাহেবে বুলালে হাত॥
তুমি জাল পাতা তুমি পহু চান্দা
তুমি হে মাফৰক ধৰা।
হৰিণ ৰূপে ধৰি এই বনে সোমাই
ব্যাঘ্ৰ ৰূপে ধৰি খোৱা॥
স্ৰজন পালন তোমাৰে হাতত
তুমি যি লাগে কৰা।
ইহ পৰলোকে আমাকে নেৰিবা
জীৱ দিও দুপাৱত আঁৰি॥
কেৰামন কাতেবিন দুজনা ফিৰিস্তা
হলেহি আগতে ঠিয়।
নেক মুছলমানক নিব নেক ৰূপে
বদিৰো উৰাব জীৱ॥
জমিনৰ ওপৰে আস্মানৰ তলে
চাহেবে ভেটিলে বাট।

কাফিৰ কুফিলোকে করে গুণা গুণি
চেতনো নহলে গাত ॥
নাও শাল কাঠৰ কৰ্শালি অতোঁৱা
শিলা ভৰা দিলে তাত ॥
একাঠু পানীতে নাও মেলি দিলে
নামিও নেচালে তাত ॥
আবেলি বেলিকা বাণে বৰষুণে
সাতো সাগৰৰে বেৰা।
পাৰিকি নোৱাৰি ভৰষা কৰিব
তথাপি মেলি যাও খেৰা ॥
সবগত আছে ঐ বেলি চাৰি ডাঁৰ
বাই আছো খাগৰি খৰি।
ইহ পৰলোকে আমাকো নেৰিবা
জীৱ দিও ছুপাৰত পৰি ॥
ঢুলুকি ঢুলুকি নাৱে পানী খায়
একে ধান পাতৰে কাচি।
একাঠু পানীতে শিলক ভৰা দিলে
নামিও নাচালে উঠি।
ঢুলুকি ঢুলুকি নাৱে পানী খায়
একে ধান পাতৰে কাচ।
ইপাৰো নাপালো সিপাৰো নাপালো
নেপ্পালো মুৰ্চ্ছিদ ঘৰ।
নৈ ঘূৰণীয়া ( পকনীয়া ) নৌকা তলে গলে
ৰাখা তৰকুলক ধৰ ॥
তৰকুলৰ ঘৰ পাই জীৱ থিত হলে
তুতিকে নকৰ ডৰ।
তুমি হৈ খুৱালা তুমি হৈ ধুৱালা
তুমি হৈ লগালা মাত।



হাটে বজাৰত তুমি হৈ ফুৰালা
মাতিলা অমাতৰ মাত ॥
সকৰে এপৰা বুঢ়ালৈ বঢ়ালো
নিচয়কৈ জানিবি তই।
ভীখাৰী আজানে আছে হাতে পাতি
যদি আলিম ফাজিল হয়।

**ঘোষা—নামেহে নামৰ সাৰ ঐ**
**বাবেহে এই বাৰ।**
**আল্লাৰ নামে লবা হজৰত ৰছুল**
**আলেইহে চালাম্ ॥**

কলিমাহে বৰ ধন, লাগে মানে ভাৱ।
আওৱালে পয়দা হ'ল কলিমাহে আগ ॥
কলিমাহে বৰ ধন, কলিমাকহে ভাৱ।
মোহম্মদৰ ছৰিয়তত কলিমাহে মাগ।
কলিমাহে বৰ ধন, মনে লৈবা ধৰি।
খেতো লোকে নেপায় কলিমা হলে গুনাহগাৰী ॥
কলিমাহে বৰ ধন, আনে নহয় সাৰ।
বান্দাক ভেটিয়া আছে কুঁৱলী আন্ধাৰ ॥
কলিমাহে বৰ ধন, আনে নহয় তুল।
তামাম আলমৰ মাজে কলিমাহে ফুল ॥

মচ্ৰিক—পূব। মগ্ৰিব—পশ্চিম। কদম—খোজ। আলিম—ফাজিল জ্ঞানী পণ্ডিত।

কলিমাহে বৰ ধন, মোমিনে লবা জানি।
আখেৰতে হব বান্দাৰ বিহিস্তৰ নিচানি॥
কলিমাহে লোৱা মোমিন কপালৰ ভাগে।
ভাৰো নহয়, সাঙ্গাও নহয়, যাব আগে আগে॥
লক্ষ লক্ষ টকা ভাঙ্গি কৰা যজ্ঞ দান।
এক হৰফ কলিমাৰো নহয় সমান॥
কলিমাকে লোৱা মোমিন মুৰ্ছিদকে ৰাখি।
সেই কলিমা লগে যাব আন্ধাৰবে চাকি॥
এনে হেন কলিমাক বান্দা কৰি আছ হেলা।
দুখতে পৰিবি বান্দা, বিচাৰৰে বেলা॥
আগলতি পাত পাৰি পূজে নানা দেৱ।
দোজখত পৰিব বান্দা, নুতুলিব কেও॥
দোজখৰে পোক-পলু বান্দাক বেঢ়ি খায়।
সেইটো বান্দাৰ আটাহতে গগনে উধায়॥
জানি শুনি যিটো বান্দা ধনৰ বাঢ়ি যায়।
যিটো বান্দাক দোজখতে লাগনি জলায়॥
জানি শুনি যিটো বান্দা কুকুৰা যুঞ্জায়।
সিটো বান্দাক দোজখতে নৰক ভূঞ্জায়॥
যত পাইল ধন-জন, যত পাইল ভাই।
বিৰিখৰে লতা যেন আছিল মেৰাই॥
ধন জন পুত্ৰ-ভাৰ্য্যা সবে অকাৰণ।
ছায়া মুঠে বেঢ়ি আছে মায়াৰে কাৰণ॥
লাভে মূলে কাঢ়ে কোচে পাতি আছে জেঙ্গা।
বৰষুণৰ পানী যেন টানি মৰে হেঙ্গা॥ (?)
আকাশৰ শগুনীয়ে দীৰ্ঘে দিলে ৰাও।
তিনি চাৰি শগুনীয়ে ললে ভৰা নাও॥
সুবৰ্ণৰে কাঠি-কামি মাণিকৰে ৰুৱা।
তাতে বহি ভোজন কৰে শগুনি বপুৰা॥



পৰুৱা পিপৰা আদি সবে তোলে মাটি।
জোৰা জোৰে স্থূলকিব শৰীলৰে গাঁঠি॥
বৈয়া চঞ্চল পানী ভাল, বৈয়া চঞ্চল পানী।
নাকে কাণে শলা মাৰি জিভা কাটে টানি॥
কলিমাহে বৰ ধন দীন দুনিয়া পোহৰ।
ইচলামত উঠি চোৱা কফুতন চহৰ॥
তিনিও যুগে ভিক্ষা মাগে নিচিনিলে কেও।
কোৰাণ কিতাপ মেলে যদি আমাৰ সাক্ষী দিও॥
ৰসৰ ভড়াল পাই আজানে দিলে মেলি।
কলিমাৰ বৰকতে কুফৰক নিলে ঠেলি॥
জিকিৰ মথিয়া মথি জিকিৰকে গাওঁ।
তুমি আমি সঙ্গৰ ভাই সঙ্গে চলি যাওঁ॥
ভিখাৰী আজানে কয় আহো পৰদেশ।
বিনা গুৰুৰ মুখে কেৱে নেপায় নামৰ ভেদ॥

হজৰত ৰছুল আলেই হে চালাম—হজৰত মোহম্মদৰ ওপৰত শান্তি বৰ্ষিত হওক। গুনাহগাৰী—পাপী। তামাম—সদৌ, সমগ্ৰ। আলম—সৃষ্টি। আখেৰত—অন্তিমত। বিহিস্ত—স্বৰ্গ। নিচানি—চিনাকি। হৰফ—আখৰ। দোজখ—নৰ্ক। কফুতন (?)—অবিশ্বাসী লোকৰ ঠাই (?)।

**ঘোষা—অধমে লইলো, অধমে লওঁ, আল্লাৰ নাম।**

দুনীয়ালৈ আহিলোহে ৰঙ্গে ৰূপে গোঁৱালোহে
নুসুজিলো মাও বাপৰ ধাৰ।
সাৱক নিচিন্তি অসাৱক চিন্তিলো,
আমি বান্দা বহুত গুনাহগাৰ॥
দৰিয়া বাঢ়িলে দুই জানে বহিলে
খেলাই আছো চন্দন কাঠৰ নাও।
নাৱৰে ভিতৰত পকুৱাটি ঘূৰিছে
মনে কাঢ়ে কোকিলৰ ৰাও॥
খেলি আছো ভগানাও বৈঠা হল হায়ৰাণ
কৰ্শালিয়ে কৰে তলবল।
খোদাৰ হুকুমে ভেটিটি বান্ধিছো
হায়াত পৰি গলে তল॥
চান্দে ৰমজানৰ নিয়তক ৰাখি
ভিক্ষাৰী আজানে গায়।
দিল কোৰাণত চোৰা বিচাৰ কৰি
কলিমা নামকে পায়॥

হায়াত—জীৱন কাল, আয়ু। চান্দে ৰমজান—ৰমজানৰ জোন। দি
কোৰান—অন্তৰৰ কোৰান।



**ঘোষা—নামে গঙ্গাজল, লৰলৈ কোমল,
ৰৈ আছে হৃদয়ৰ মাজে।**

হাবিৰে পৰা নঙঠা ওলালে
হাততে একন্ধা লৈ।
লোকে যে হালোৱাই হালো মেলিলে
জুবৈয়াই জুৰিছে মৈ॥
বাপেক আছিলে হালোৱা মোলোনা
পিতেকৰ ভুৰিয়া নাম।
হালোৱাৰ পিতেকে ললে মৈ জৰি
থলে বাহ বাটত তুলি॥
নৈ খহনিয়া, পানী চেঙেলীয়া
হুৰুসাই যায় মন।
আচমানত ঢাকিলে জোনাকী পিপৰা
জমিনত ঢাকিলে বন॥
কেলেই ফুলিলি ৰূপহী মদাৰ ঐ
কেলেই পেলালি কলি।
গুৰুতো নেলাগ, ভকতত নেলাগ
থাক তলে ভৰি সৰি॥
অতি সুখেমলি ৰূপহী মদাৰ ঐ
অতি সুখেমলি কলি।
অতি সুখেমলি সোৱামী ভকতি
থাকো খেদমত কৰি।
লাও বাই পোহাৰী, জিকা বাই পোহাৰী
জিকাৰ মূৰৰে ফুল।
জিকা বেচি বেচি পিয়াহ লাগি গলে
পুখুৰী কিমানৰ দূৰ॥

ডেৰেকো নহয় ঐ পৰেকো নহয় ঐ
নহয় চাৰি ডাঁৱৰ বাট।
লাহে বেহে কৰি গৈনো পাবাগৈ
সোণ-সুবৰ্ণৰে ঘাট।
দকৈ পুখুৰী আদমে খনালে
সৰিয়হ নগলে তল।
গুৰুকৈ গোসায়ে সাধু মহাজনে
খাই গ'ল পুখুৰীৰ জল॥
কাৰ ঘৰৰ জীয়াৰী, কাৰ ঘৰৰ বোৱাৰী
ভাঙ্গি কথাষাৰি কোৱা।
ভাঙি কথাষাৰি কবকে নোৱাৰি
হাততে ৰসৰে বাটি॥
শঙ্কৰদেউ জীয়াৰী মাধৱদেউৰ বোৱাৰী
ৰহেপুৰ নগৰত ঘৰ।
ৰহেপুৰ নগৰৰ ৰসক নমাই আনি
দিয়া সকলোকে বাটি।
আই আই বুলি মইনো মাত লগালো
আয়ে নুবুলিলে পুত।
লাহুতৰ মোকামত উৰুমি লাগিলে
চিগিল কামায়নৰ সূত॥

মেলোনা—মোল্লা। খেদমত—সেৱা।



**ঘোষা—অভকতি প্ৰাণ জনম বিফলে যায়।**

আহো পৰদেশ, যাওঁ পৰদেশ, লগতো সাৰথি নাই।
আজি আজি কৰি, কালি কালি কৰি, দিনৰ মূল ভাগি যায়॥
আজি কালি কৰি, দিন গল চলি, কিয়বা বিচাৰ মন।
কালে সংহৰিব, চেতনো হেৰাব, নগৰক কৰিব চন॥
জীৱন আগে কৰি গিয়ান আহিব, তোকো পাবহি কালে।
সজাৰ মইনা সজাতে হৰাব, তাৰনো হব কোন হালে॥
দিলক হাত কৰা মনাই, আকলক দি যোৰা বিত।
আল্লাৰ পাৰত ভৰষা কৰি, ভজা নামৰ গীত।
কঁব লাগিছে আজান ফকিৰে আকলৰ আৰছত ধৰি।
যোৰা যোৰা কৰি আগচি ধৰিব, নিব নিৰন্তৰে হৰি॥

**ঘোষা—চাহেবে জান, চৈয়দে জান।**

চৰাই হৈলে সজা লাগে, সজা হৈলে পাখী।
হস্তী হৈলে শুৰক লাগে, কনা হৈলে লাঠি॥
হাট ভৈলে বজাৰ লাগে, দোকানী লাগে তাত।
নৈ হৈলে নৌকা লাগে, বৈঠা লাগে তাত॥
গাতে মলিয়ন বস্ত্ৰ, শিৰত সোণাৰ গাঁঠি।
আপোনাৰ শৰীলৰ গোন্ধত ঘনে আহে বাঁতি॥
কৰিম ৰহিম আল্লা একে কৰি জান।
নিলগ ৰূপে থাকি আল্লা, সজালে বিমান॥

হাল—অৱস্থা।

বিমানতে থাকি আল্লা মায়াৰ ত্বনী চায়।
ঘিঁৰে মৌৰে গুৰে গাখীৰ ৰহমক ভূঞ্জায়॥
ৰহমকে ভূঞ্জায় আল্লা ৰহমকে লোৱা।
বায়ু বতাহ নাই ঘৰত, শুই থাকিল পুৱা॥
বায়ু বতাহ ঘৰত নাই, কৌশল্যা ঘৰিণী।
পোৱালীয়ে আহাৰ নেখায় বুজিব নোৱাৰি॥
পোৱালীয়ে আহাৰ খাই বুজিব মাতৰ।
দেও মাৰি পাৰ হল এৰিলে বাহৰ॥
কোনোৱে বোলে দিন চাহেব কোনোৱে বোলে ৰাতি॥
লুকালুকি খেলি আছে শিকিছে পিৰীতি॥
জানি বান্দাই গুনাহ কৰে লগে লগে যায়।
নাজানি বান্দাই গুনাহ কৰে বখছে খোদায়॥
জানি বান্দাই গুনাহ কৰে বখছিব কিয়।
কাঁইট দেখি পাও দিলে ভৰিহে বিন্ধিব॥
পানী মৰে পিয়াহত অগ্নি মৰে জাৰত।
খোদা ( ৰ ? ) ৰছুল লুকাই আছে মোমিনৰ আঁৰত॥

ৰহম—দয়া, আশীৰ্ব্বাদ। গুনাহ—পাপ। বখছে—( বখ্ছে ) ক্ষমা কৰে, মাফ কৰে।



**ঘোষা—মনুৰাই, দূৰ কৰা মনৰে বঢ়াই।**

এই ত্বনিয়াৰ হাটে পাই মোমিন হৈ যে নেবেহায়,
বেহাই আছে সুবৰণৰ হাট।
অময়াৰে স্থান পাই আনন্দৰে পাৰ নাই,
ফুলনো পিন্ধে অনাথৰ নাথ।
সুগন্ধি ফুলৰ ভাৰ, বান্দা হব দৰিয়াৰ পাৰ
সেইনো ফুলৰ নাই আদি মূল।
মাথাৰ লোটনি (টিকনি) কাটি আল্লাৰ পাৱত ধৰা ডাঠি
মুচা পিনো (?) লোৱা মুৰ্চিদৰ কোল।
সুগন্ধি ফুলকে পাই তাকো আনে ভৰা বাই,
ভৰানো আনো হাতে মুঠি বায়।
তিনিওৰো তত্বক ভেদি ফুলক দিব লেখি লেখি
মুৰ্চিদেনো দিব হে বটাই॥
আশাতে ভৰষা নাই, ভাৰ্য্যাতে সঙ্গতি নাই,
মছজিদত নাই চাহেব ধন।
বাচা পুত্ৰ হলে জোৱান গুৰুক নকৰে মান
মাৰে আচ্মানে দেওঁ॥
আচমানৰ পৰা বাগৰি পৰিব চাহেব
ৰাখোতাযে নহব কেও॥
হায়াত থাকোতে ভাল, মৰতে ঠেকিলে ভাল
ডিঙৰীত মানিক উঠিল।
ডিঙৰীৰ মানিকে ভাল সব তুলা পুৰিলে ভাল,
আদমীৰ হায়াত টুটিল॥

বটাই—কৈ দিয়া, বুজাই দিয়া।

আকাশৰ শগুনিয়ে কাঢ়ে দীৰ্ঘ ৰাও।
চাৰি পাঁচ কটোৰালে লোটে ভৰা নাও॥
কুকুৰাত পৰি পচোৰাৰ বৰ বা।
দৰিয়াৰ পানী দেখি চমকিল গা॥
দৰিয়াৰ পানী টুপি যায় মনে মনে।
মোমিনক চিনি লোৱা ভাবৰ যতনে॥
পানী মৰে পিয়াহত, অগ্নি মৰে জাৰত।
খোদা ৰছুল লুকাই আছে মোমিনৰ আঁৰত॥
খোদা ৰছুল লুকাই আছে নকৰ বিচাৰ।
মক্কাৰ দুৱাৰত বান্দা মাৰিলে সঞ্চাৰ॥
মক্কাৰ দুৱাৰত বহি মাৰিলে চাপৰ।
হাকোৰৰ দেৱালি যেনে ওলাল বাখৰ॥ (?)
মক্কাৰ দুৱাৰত বান্দা, অনেক যুগুতি।
জাপ মাৰি পাৰ হলে এৰিলে পিৰিতি॥
আজানে বৰশী বায়, পুঙা গ'ল তিতি।
মন মাছে টোপ খালে, হায়াত গ'ল টুটি॥

কটোৰাল—প্ৰবৃত্তি। হাকোৰৰ—দেৱালি (?)



**ঘোষা—নেৰিবা আল্লাৰ নামে মোল্লাজীউ**
**নেৰিবা চাহেবৰ নাম।**

ঘৰো মোৰ ভাগিলে মাড়লি হালিলে
কুৱাত বিন্ধিলে ঘূণে।
আল্লাৰ জীৱক আল্লাই লৈ গলে
ঢোকা দি ৰাখিব কোনে॥
ঘৰো ভাগিলে সাজিম ভালে কৰি
কালতকৈ ৰূপহী কৰি।
দেহা বুঢ়া হলে মল্‌কুতে জানিব,
যাব নিজ ঘৰে চলি॥
হাতৰে সাৰথি বাঁহৰে লাখুটি,
শত্ৰুৰ সাৰথি ভাই।
গা'টোৰ সাৰথি আচোৱাহ নিচোৱাহ
আৰু চেনেহৰ আই॥
আই হৈ কান্দিব যাউতি যুগীয়া,
ভনী হৈ কান্দিব ছমাহ।
পাটিৰ ভাৰ্য্যাই কান্দে তিনি দিন
আমাৰ ক'ত ঘৰ বাহ॥
ওপৰ আচমানত মেঘে গৰজিলে
আলগে নিলগে জোৰ।
বাটত লগ পাই মৰতে সুধিলে
কি সান্দহ আনিছ মোৰ?
তোৰে সান্দহ-পিঠা আনিম কেনে কৰি
টোপোলা বান্ধিয়ে থলো।
ৰাতিপুৱা হ'ল টোপোলা মেলি
পালী পহৰীয়াক দিলো॥

সান্দহ দি আহিলা পালী পহৰীয়াক,
লোটা দি আহিলা কাক ?
পঞ্জে ৰক্তৰ অজু মোৰ কৰোতে
লোটা ভাগি গলে তাত ॥
লোটাও ভাঙ্গিলা ভালকে কৰিলা,
কাপোৰ দি আহিলা কাক ?
পঞ্জে ৰক্তৰ মচুলা পাৰোতে
কাপোৰ ফাটি গলে তাত ॥
কাপোৰো ফালিলা ভালকে কৰিলা
পাটি দি আহিলা কাক ?
পঞ্জে ৰক্তৰ নামাজ পঢ়োতে
পাটি ভাগি গল তাত ॥
পাটি দি আহিলা ভালকে কৰিলা,
জাপি দি আহিলা কাক ?
বাৰিষা বতৰত আহনি যাৱনি
জাপি ভাগি গলে তাত ॥
জাপি দি আহিলা ভালকে কৰিলা,
লাঠি দি আহিলা কাক ?
বানে বৰষুণে আহনে যাৱনে
লাঠি ভাগি গলে তাত ॥
লাঠি দি আহিলা ভালকে কৰিলা
বাটি দি আহিলা কাক ?
নিয়ত ৰমেজানৰ মুখত পানী দিওঁতে
বাটি ভাগি গলে তাত ॥
কওঁ সঁচা কথা, নকওঁ মিছা কথা,
ইয়াৰ সাক্ষী বাদী কোন ।
ইয়াৰ সাক্ষীবাদী ইয়াত নাইকিয়া
হজৰতৰ ঘৰলৈ গ'ল ॥



কোৰাণী মোলোনাই কোৰাণ পঢ়ি আছে
আলহী ৰৈ গল ভোকে ।
চহৰে চহৰে ফুৰে সাধু গুৰু
কুঁৱৰী কাপোৰৰ লোভে ॥
কুঁৱৰী কাপোৰ খাই সাৰিব নোৱাৰে
হব ভকতৰ ঢাৰি ।
ৰোজ কিয়ামতত চাহাবক ধৰিব
গাতে খেৱালী মাৰি ॥
খেৱালী জালৰে গুৰা বাৰে বুৰি
পাহৰ লেখে জোখে নাই ।
টিকনিতে ধৰি চোচনি মাৰিব
সবাকো একে ঠাই পাই ॥
উজনীৰ মুখে ডিঙৰা পাতিলে,
জনকো নেযাব সাৰি ।
যি জনাই চিনিব গুৰুকৈ ভকতক
যাব ডিঙৰাকে ফালি ॥
উজনীৰ মুখে নাও ভৰা দিলে
থাকিল ভাটি মুখে চৈ,
ছুনীৰ সান্দহক ছুনীত নললা
যাবা সুদা হাতে হৈ ।
সাগৰৰ মুখত ডিঙৰা বাই আছে,
আছে ভাটি মুখে চাই ।
চিৰ্ কুলৰ হাতত অমন পমন
মুকুতা লবা বেহাই ॥
হাভলৈ গৈছিলা বেহানি বেহালা
কলহী কৰিলা গুনা । (?)
মৰণৰ সময়ত কি নাম লৈ মৰিবা
তললৈ মুৰকৈ গুনা ॥

সাগৰৰ মাজতে পদুম ফুল ফুলিছে,
জোৱাৰতে সৰি যায়।
শৰীলৰ ভিতৰত কিনো ফুল ফুলিছে
চিনিলে মুকুতি পায়॥
আবে হায়াতৰ উঠালু (?) ধৰিছে
মাৰৰ গৰভত ৰাখে।
সাগৰৰ মাজতে কঠিয়া পাৰিছে,
ব্ৰহ্মাণ্ডৰ ভিতৰত গজে।
মাৰৰ গৰভত লাখোটি চালাম,
ছুনী পাই এবেলিও নাই।
ইঞ্জিলৰ যুগতে হাঁহিতে খেলিতে
আছিলা মাৰৰ তন্ খাই॥
হায়াতো চাপিব মৰতে ঠেকিব,
মাছলৈ চুপিব বগ।
বৃদ্ধ কালতে বিচাৰি নোপোৱা
আকলে নিদিয়ে লগ॥
আটা ফকিৰ নহয়, বোপা ফকিৰ নহয়,
নহওঁ ফকিৰৰ বাছা।
আল্লাই দি গ'ল এনুৱা কাচ ফুল
দিলে মুৰচিদে আচা (?)
বগৰি খুলি বন্তী জলালে
তাতো ঢালি দিলে ঘিউ।
চাৰিও পীড়লৈ এই চ'ডা (চিজ্দা) কৰি
যোগায় আল্লাৰ পাৰত জীউ॥
বগৰি লাগিলে লৰনে লৱনে,
মাণিক লাগি গলে ঠোকে।
আজান ফকিৰে এই জিকিৰ বনালে
গাই বেঢ়ি ভকত লোকে॥



কাষৰি নেযাবা বাগৰি পৰিবা,
আচল দৰিয়াৰ কোল।
জনো এৰিলো ধনো এৰিলো
মোল্লা হাতত ধৰি তোল॥

**ঘোষা—চোভান আল্লা, চোভান আল্লা।**

গোৰ আজাবৰ বাতৰি শুনোতে
কুটাও নেদেখ যেন।
গোৰ আজাবৰ বাতৰি শুনোতে
তাৰুৰে কাটিলে ফেন॥
গোৰ আজাবৰ বাতৰি শুনিয়ে
আগলৈ নচলে ভৰি।
বাটত ৰৈ আছে মৰণৰ টেকেলা
নিব কালে চুৰ কৰি॥
তোকে কাল চোৰে হৰি লৈ যাব,
থব দোজখত বান্ধি।
চকুৰ পানীৰে সাগৰ সমান
তাত থাক পৰি কান্দি॥

আচোৱাহ নিচোৱাহ—আশ্বাস-নিশ্বাস। মৰত—মৃত্যু। পঞ্চেৱক্ত—পাঁচ প্ৰহৰ (সময়)। শুনা—শূন্য। আবে হায়াত—মৃত সঞ্জীৱনী। আচা—লাঠি, সহায়।

হওক হওক নূৰৰ গায়ব
চাৰিও পবনৰ খেলা,
তললৈ মূৰ কৰি চোৰা মন কৰি
সবাৰ ঘাটে ঘাটে আল্লা।
আল্লাৰ কোৰাণত কণুৰা বনাইছে,
মাড়লিত বিন্ধিলে ঘূণে।
তলৰ মচকৰা ঘূৰাব লাগিছে
জানিবি বৰ্‌হমৰ গুণে॥
পীড়ে দেখা দিলে চউদিশ পোহৰ
আৰু দেখা দিলে কৰাল।
আল্লাত প্ৰাৰ্থনা কৈ ভিখাৰী আজানে
নামৰো পাতিলে ভড়াল॥
ইলিমো পঢ়িলো, কালামো পঢ়িলো,
সৰকি সৰকি যায়॥
যাৰে নচীবত যি লেখা লেখিছে,
নুভুঞ্জিলে এৰণ নাই।
এৰিও নিদিবা খেদিও নেপাবা
যেনে ৰাজপন্থৰ আলি॥
কোৰাণ কিতাপত হক নিবিচাৰি
পাৰ আজানক গালি।
গালি পাৰোতে গুণাহ সিজিব
তললৈ মূৰকৈ চা।
আল্লাৰ বন্দেগী নকৰ মোমিন
আপুনি দোজখে যা॥
হাতে মধুকৰ . জৰি ঘন চামৰ
ফুৰে ঘৰে ঘৰে চান্দি।
যেতিয়া পাবহি হাৰা বিমুখীয়া
নিব হাতে গলে বান্ধি॥



হাততো বান্ধিব, পাৰতো বান্ধিব
ককালত বান্ধিব আটি।
ধৰে থাকে পৰি, জীৱক নিয়ে ধৰি,
ধৰেনো কি কৰে আটি॥

**ঘোষা—আল্লা হু, আল্লা হু।**

বৰ ঘৰ, বৰ বাৰী থাকিব পৰিয়া।
আহিব খোদাৰ হুকুম লৈ যাব ধৰিয়া॥
বৰ বৰ বতাহ আহি উখালিব মূল।
বান্দাৰ জীৱক উৰুৱাই নিব শিমলুৰে তুলা।
নেকান্দিবা মাও বাপ নুধুনিবা হিয়া।
তোমাৰ আমাৰ হিচাব হব ৰোজ কিয়ামতৰ দিনা।
নেকান্দিবা মাও বাপ নুটুকিবা লো।
দিনটাচেৰেক থাকিম আমি, নহও তোমাৰ পো॥
দিনটাচেৰেক জীৱন পাই বান্দা মৰণ দেখ দূৰ।
ধৰি বান্ধি লৈয়া যাব নগাৰে কুকুৰ॥
দিনটাচেৰেক ৰঙে-চঙে ফুলিলে মদাৰ।
আহিব খোদাৰ হুকুম ভাঙিব বজাৰ॥
যিটো বান্দাই জানি শুনি ধনৰ বাঢ়ি খায়।
তাহাৰ মুখৰ গোন্ধে ৰহন নেযায়॥
জানি শুনি যিটো বান্দা কুকুৰা যুঞ্জায়।
আপোনাৰ মাংস কাটি আপুনি ভুঞ্জায়।
আগলতি পাত পাৰি পূজে নানা দেৱ।
দোজখত পৰিব বান্দা নুতুলিব কেও॥

গোৰ আজাবৰ—কবৰৰ ভিতৰৰ শাস্তি। হাৰা—বতাহ।
মচকৰা—ৰাগী লগা সংসাৰ অৰ্থাৎ সংসাৰ চকা।

দোজখৰ মাজে আছে সৰ্প অজগৰ।
তাহাৰ খোৰাক হব যত গুণাহগাৰ॥
দোজখৰে পোক পলু বান্দাক বেঢ়ি খায়।
সেইটো বান্দাৰ আটাহতে গগনে উধায়॥
যিটো লোকৰ আগে ছুটা বৰ পোক।
চকু ছুটা কাঢ়ি নিব অগণিৰে ঢোপ।
খাকৰ ঘৰ বাৰী (আ) জানে দিলে মেলি।
ফকিৰে নেপালে বতাহ হ'ল গুণাহগাৰী।
গুৰি কটা বৃক্ষ যেন গিৰিসাই পৰা।
দেখা শুনাত ভাল মানুহ, বচনত লৰা।
গুৰ মাটি, খোৰ মাটি সিও আছে ভীৰ।
দিনটাচেৰেক জীৱন পাই কাঢ়ে মূৰে ভৰি॥
আন্ধাৰি গোৰৰ মাজে নজলিব বাটি।
জোৰা জোৰে স্থলকিব শৰীলৰে গাঁথি॥
দিনটাচেৰেক জীৱন পাই মুক্তি এক তিল।
বৰ বৰ বতাহে পাই বগৰাব শিল॥
ভাল ভাল মানুহৰ বচন খিনি লয়।
কাক বুলিম গুৰু মই কোনে বোলে হয়।
অলপ পানীৰ মাছ অলপতে মৰে।
গুৰি কটা বৃক্ষ যেন হুৰুসাই পৰে॥
আ'ব দেখি খেলা কৰে হাৱা দেখি নাচে।
বুজাই দিয়া মুৰ্চিদ গুৰু আব ক'ত আছে॥
বুজাই দিলে মুৰ্চিদ গুৰু চাবিৰ চাবি খুটি।
শিকাই দিলে, নুবুজিলো, হায়াত গল টুটি॥
ধন জন পুত্ৰ ভাৰ্য্যা আপদীয়া মন।
মোৰ মন আল্লাৰ পাৰত, নেপালো ধনজন॥

ৰোজ কিয়ামত—প্ৰলয়।



নামৰে ডাঙৰ চাৰিটি কলিমা
চীজৰে ডাঙৰ ভাত।
তাকে নেখালে আমৰু নবহে
নোলায় শৰীলৰ মাত॥

আকাশত ফুলিলে আকাশী চন্দ্ৰমা
তাত পৰে সোণৰ ভোমোৰা।
আপোনাৰ শৰীলক আপুনি নিচিনে
জীয়াতে হৈ আছে মৰা॥

বনি আদমে এই আলি বন্ধালে
দীঘলী এখনি থল।
হাৱা ও আদমে পুখুৰী খনালে
সৰিয়হ নগলে তল॥

এই ভাৰস্তলৈ কেলেই আহিলো
সকুতে নগলো মৰি।
গোৰ আজাবৰ বাতৰি শুনিলে
আগলৈ নচলে ভৰি॥

কি কাম কৰিলো, কি বুধি কৰিলো
বাৰীত ডামে কলা কই।
আগেয়ে নেজানো এতিয়া জানিলো
শৰীলত একুৰা জুই॥

সকুৰে এ পেৰা গৰু ৰাখিছিলো
মাথাৰো পকালো চুলি।
আজি দিনে ৰাতি বুজিকে নেপালো
নামেইহে সাৰ বস্তু বুলি॥

এইনো বৰে ঘৰ কেলেই সজালা
কেলেই সাচিলা ধন।
জপাৰ বৰে কাপোৰ জপাতে পচিব
হাড়তো গজিব বন॥

বৰে ঘৰ ভাগিলে সাজিম ভালে কৰি
আগতকৈ শুৱনী কৰি।
দেহা বুঢ়া হলে ৰাখিম কেনে কৰি
যাব নিজ ঘৰে চলি॥

ঘৰো ভাগিব মাড়লি হালিব
চতিত ধৰিব ঘূণে।
মৰতৰ টেকেলাই ধৰি লৈ যাব
জামিন হৈ ৰাখিব কোণে॥

ঘৰো ভাগিব মাৰলি হালিব
বাটিবৰ নহব পৰ।
দীঘলে হুমাৰি পথালি এমাৰি
লবা বাৰীচুকত ঘৰ॥

হৃদয়ৰ ভিতৰত দমে বাটি কৰে
তুৱাৰত অগনি জলে।
তুৱাৰো নেমেলে সিন্ধিও নিদিয়ে
কি কি লৈ গ'ল চোৰে॥

সজা কাটি কৰি মইনাক লৈ গ'লে
আলহী ঘৰতে পাই।
যি জনা বাঢ়েয়ে সজাক সৰজিলে
থৈছে সেই জনাই ৰাখি॥



আইক বুলি যাওঁ ভৰ যমুনা,
বোপাইক বুলি যাওঁ গঙ্গা।
কিনো মায়াজালত পৰিলা ভকত ঐ
তুনী পাই পাহৰি গ'লা।

কালৈ সাঁচিলা জপাৰ বৰে কাপোৰ
কালৈ সাঁচিলা ধন॥
জপাৰ বৰ কাপোৰ জপাতে পচিব
হাড়তো গজিব বন।

ধনে ধনে কৰি ধনকে ঘটিলা
পৰমে যতনে কৰি।
ধনো থাকিল পৰি দেহা গল চলি
লগত গ'ল চপৰা ডলি॥

উজনী মুখীয়া ডিঙৰা পাতিলা
পিপৰা নগলে সাৰি।
যি জনাই নিচিনে গুৰুকৈ ভকতক
থাকিব ডিঙৰাত লাগি॥

উজনী মুখীয়া ডিঙৰা পাতিলা
পিপৰা নগলে সাৰি।
কথাৰে শকত যিজনা ভকত
যাবগৈ ডিঙৰা ফালি॥

আপুনি নেযাব লকুৱাই লৈ যাব
পীড়ৰে বন্দী কৰি।
সজা কাটি কৰি মইনাক লৈ যাব
আলহী ঘৰতে পাই॥

মাছে ধৰিবৰে অনেকটি যতন
দীঘলী কাটিবৰ লোৰ॥
জীৱক ধৰিবলৈ অনেকটি যতন
পাতে চাৰি ডালি ডোল।

নূৰে মোহম্মদী আল্লাৰ পয়দা
নূৰৰে পয়দা হয়।
াদম চফিউল্লা সবাৰো ইমাম
আল্লাৰ পয়দা কয়॥

হকে হালালক বাচি খাই যাবা
বদীকো কৰিবা দূৰ।
আপোনাৰ চৰমক আপুনি বচাবা
আল্লাই বুলিব মোৰ॥

বনি আদম—আদমৰ বংশধৰ, মানুহ। হাৱা ও আদম—আদম আৰু ঈভ, সৃষ্টিৰ প্ৰথম নৰ আৰু নাৰী। হক্ হালাল—ন্যায়-সঙ্গত আৰু নীতি-সিদ্ধ। চৰম—লাজ।



**ঘোষা— মোমিন হে দোস্তি ৰাখা**
**আল্লাহে পৰম ধন।**
**অ' এ' ভাইৰে নামহে পৰম ধন।**

মোমিনে মোমিনে দোস্তি কৰিলে
পাৰৰ মচি গলে ধূলি।
কাৰে দোস্তি কৰিলা মনাই ঐ
অকলে মৰিবা কান্দি॥
বেহাজল কোৰাণ তামামৰ ইমাম
মোমিন ভালে কৰি চিন।
বেহাজল কোৰাণক ইমাম মানি লৈ
ভজা মোহম্মদী দীন॥
বেহাজল কোৰাণ তামামৰ ইমাম
আছে কলিমাকে লৈ।
কোনে দেখাই দিব কোনে চিনাই দিব
কোনে দিব বাতৰি কৈ॥
বেহাজল কোৰাণ তামামৰ ইমাম
আছে দৰিয়াৰ মাজে।
ভাৰস্তৰ জীউৰে হাত জোৰে কৰি
কোৰাণ বেহাজলত খাটে॥
নাৱত উঠিয়ে ডাপনি মাৰিলে
বেজীৰ জলা হেন বাট।
সচা মুৰছিদক শিৰত তুলি লৈ
সৰকি যাবাগৈ তাত॥

মোমিন—মুছলমান, ধৰ্ম্ম-বিশ্বাসী। দোস্তি—বন্ধুত্ব। বেহাজল কোৰাণ—এই কোৰাণ।

নাচুতৰ মোকামে গৈ আল্লাৰ নূৰ আছে বৈ
দিলৰ মাজে এই দৰিয়া বয়।
তামাম আলমৰ মাজে গুৰু আল্লা বেগৰহাল
জ্ঞান ভেদি এই কথা কয়॥
ফোৰ্‌কাণ যুগত লোকে চালামকৈ জ্ঞান সোধে
কৈ যোৱা নিজ নামৰ গুৰি।
ওস্তাদক আগত লৈ মুৰ্চিদক সোধা গৈ
আল্লা আছে এই জগত জুৰি॥
আৱাজ শুনিব যি নিজ কথা পাব সি
হকৰ বাণী চিজ্‌দা ধৰ।
দিলত বিচাৰ কৰি চাহেবক সোধা গৈ
আন্ধাৰত হৈ আছে পোহৰ॥
আন্ধাৰ ঘৰে প্ৰদীপ জ্বলে একিনকৈ মুৰ্ছিদে ধৰে
বহি শুনে অময়াৰ বয়ান।
আল্লাহু হু নাম লৈ আল্লা আছে আনন্দ কৈ
জ্বলি আছে বান্দাৰ নয়ান॥
নয়নৰ কাজল নূৰ জলি আছে ভৰপূৰ
বান্দাই নেচাও মনত কৰি।
হেলাতে হেৰাব জীৱক ধৰি নিব
ভেলটি থাকিব পৰি॥
অময়াৰ পুৰ পাই দীৰ্ঘে দিয়ে মনুৰাই
চজুদ হোৱা আল্লাৰ পাৱত শিৰ।
তন্‌মন্ একিন কৈ আল্লাক ভাৰষা কৈ
মানি আছো নিজ গুৰু পীড়॥
পীড়ৰ আৱাজক শিৰত তুলি লৈ
কৰিম ৰহিমকে জান।
সৎগুৰুক চালাম কৈ পীড়ক সোধাগৈ
বুজি লোৱা তানৰে মান॥



গুৰু বহিল ধ্যানত বুজি আছে জ্ঞানত
হু নাম মুৰ্ছিদৰ বাণী।
ধৰিলেহে তৰিবা এৰিলেই মৰিবা
বিষম দৰিয়াৰ পানী॥
বিষম দৰিয়াৰ আৱাজক শুনি
যিটে দিলে মনে জানে।
সঙ্কেততে আছে বিচাৰি নোপোৱা
বন্দেগী নকৰা মানে।
নয়নৰ কাজল নূৰ জলি আছে ভৰপূৰ
তেও বান্দা নেচাওঁ মনত কৰি।
বান্দাৰ বন্দেগী আল্লাৰ হক নাম
বুজি আছে আমোলৰ গুৰি।
জেউতি ৰৌছনাই ওঠৰ চোবহান
বৰ কুল মধ্যে ভাই।
হকত থাকিবা লবা আল্লাৰ নাম
যি কৰে তহ্‌কিক খোদাই॥
অভয় সাগৰৰ নিৰ্ভয় কাণ্ডাৰী
সুবৰ্ণৰ বৈঠা বায়।
পীড়ক মানিবা মুৰ্চিদক মানিবা
আচানে নিব তৰাই॥

বেগৰ হাল—অস্থিৰ। আৱাজ—শব্দ। একিন্—স্থিৰ, সিদ্ধান্ত। বয়ান—কাহিনী। চজুদ—সেৱা, নত। আচানে—নিৰ্বিঘ্নে।

ঘোষা—মজিলা ৰে মন ভজিলা ৰে মন।
মুছাৰ ছালাত।
আজাৰ কৰিব বান্দাক মৰণৰ বেলাত।
আচমানৰে কুতুব তৰা আদমৰে জাত।
সজাত মইনা সোমাই ঘনে লগায় মাত॥
সজাৰ মইনাটিৰ অনেক যুগুতি।
জাপ মাৰি পাৰ হ'ল এৰিলে পীৰিতি।
খেনো মৰে খেনো তৰে বিষম মায়াৰ ফান্দে।
আল্লাৰ নামে দিদাৰ দিলে পূৰ্ণিমাৰে চান্দে।
কোৰাণ কিতাপ পঢ়ি বান্দা হৈলে ভাৰী।
কোনোমতে যাব জীউ দুনীৰ হাত সাৰি॥
শিশু কালত নিলে জীউ দৰদে কপায়।
গাঁঠিৰ মানিক যেন হাততে হেৰায়॥
যৌৱন কালত নিলে জীউ কান্দে বেঢ়ি বেঢ়ি।
পাটিৰ ভাৰ্য্যাই কান্দে স্বামী গৈলা এৰি॥
বৃদ্ধ কালত নিলে জীউ যাব লাগে বাৰ (?)
আওৱল কলিমা পঢ়ি সুজে আল্লাৰ ধাৰ।
কত পাইল ধন জন কত পাইল ভাই।
বিৰিখৰে লতা যেন আছিল মেৰাই॥
লাভে মূলে বাঢ়ে মুঠে পাতি আছে জেঙা।
বৰষুণৰ পানী যেন টানি মৰে হেঙ্গা॥
সুবৰ্ণৰে কাঠি কামি মাণিকৰে কুৰা।
তাতে বহি ভোজন কৰে শগুণি বপুৰা॥
ভৱ নদী পাৰ হৈ জীৱই আছে চাই।
চোৰা চোৰা বন্ধু সকল ভেলৰে বিলাই।
আজান নবিয়ে কয় মৰণকে পাই।
জীউ থাকোতে কৰা যেনি যি কৰে খোদাই॥

কুতুব—নক্ষত্ৰ বিশেষ, ধ্ৰুব নক্ষত্ৰ। দিদাৰ—দৰ্শন। মৰ্ণ—মৃত্যু। আজান নবিয়ে—আজানৰ ভায়েক নবিয়ে।



শুদ চি কলিমা নবীলৈকে নামিল।
মোমিনে পঢ়িব লাগে এই ফৰজ কামিল॥
চাৰি ইমামৰ চাৰি মজহব, হানিফাৰ মজ্‌হবক জান।
মোস্তফা নবীৰ চাৰি কুৰ্শি, জানিবা মুছলমান॥
অজুৰ চাৰি, গোচলৰ তিনি, তয়ম্মমৰ তিনিটি লোৱা।
ছয়ে সাতে চিফত ইমান পঞ্জৰক্তৰ পঞ্জ নিয়ত,
সোতৰ ৰাকাত নামাজ ফৰজ।
মোমিনে আদায় কৰিব লাগে, খোদাৰ আছে ফৰজ॥
ৰোজা হয় ত্ৰিশ, ত্ৰিশ নহয় উনত্ৰিশ।
আগে নিয়ত বান্ধি আল্লাৰ হ'বা হিত॥
তন্‌ কৰা পাক, জামা কৰা পাক।
কিব্‌লা মুখে ৰক্ত চিনি নামাজ পঢ়িবা,
চতৰ আওৰতক ঢাক॥
পাক ঠাইত নিয়ত তহ্‌ৰিমা বান্ধিবা,
আল্লাৰ হবা হিত।
মনত নেৰাখিবা কিনা কপট,
তফ্‌চিৰকো পঢ়া, কেয়ামকো ধৰা পোনাই।
কাবাত দোৰোস্ত পঢ়ি নেকি লবা বেহাই॥
ৰুকু, চজুদ, কায়েদা, আখেৰি চালাম।
কৌমা, জল্‌চা, কিব্‌লা চিনিবা পঢ়িবা ডচবিহ কালাম॥
চুৰা আহ্‌কাম, চুৰা আৰকান, পাঁচ মোমিনৰ গুৰি।
পঞ্জ ৰক্ত, পঞ্জ নিয়ত চ'ৰালি সংসাৰ জুৰি।
মাহে ৰমজানৰ চী ৰোজা, চী নিয়তক ধৰ॥
সোতৰ ৰাকাত ফৰজ নামাজ ৰাতিক দিনে কৰি পঢ়।
হজৰত নবীলৈ নামিল মচ্‌লাৰ কিতাব।
ৰহমতোল লিল্‌ আলামিন্‌ তেওঁৰ হল খিতাব॥
নবীৰ পৰা হল ফৰজ চুন্নত।
ফৰজ চুন্নত নেজানিলে নহয় নবীৰ উম্মত॥

চৰিয়তৰ কথা লৈ বহুত দুখে খাবা, তেবেসে মুছলমান।
হালাল হাৰামক বিচাৰত লবা তেবেসে মুছলমান॥
মাক বাপুকীৰ হুকুমত চলিবা, ওস্তাদৰ হুকুমক ধৰ।
দিলৰ বাদ্‌ছাৰ হুকুমত চলিবা, খোদালৈ কৰিবা ডৰ॥
হাঁচিৰ জুৱাবক দিবা মোমিন ঐ, বেমাৰীৰ ঘৰলৈ যাবা।
জানাজাৰ নামাজত হাজিৰ হবা, ফৰজ কেফায়তক পাবা॥
এঘাৰ'শ ছুকুৰি নবীচন হিজিৰি, আকৌ পাঁচ বছৰ যায়।
আজান চাহেবে এই জিকিৰ কৰিলে, কোৰাণ বেহাজলত পাই॥

শ্বদ চি—এশ ত্ৰিশ। কামিল—পূৰ্ণ।

চাৰি ইমাম—ইচলামৰ চাৰি গৰাকী পন্থ-গুৰু :—হানিফা, চাফী, মালিক আৰু হাম্বল।

চাৰি মজহৰ—চাৰি পন্থা :—হানিফি, চাফী, মালিকি, হাম্বলী। চাৰি কুৰ্ছি—চাৰি নাম, হজৰত মোহম্মদ (দঃ) ৰ ওপৰৰ তিনি পুৰুষৰ পুৰুষৰ সকলৰ নাম।

তয়ম্মম—পানীৰ অভাৱত, অথবা শাৰীৰিক অসুখ আদি কাৰণে পৰিকাৰ মাটিৰে হাত-মুখ পৰিষ্কাৰ কৰা। চিফত—গুণ, কেইটামান ধৰ্ম্মবিশ্বাসৰ মূল কথা। পঞ্জৱক্ত—( পাচ + সময় ) প্ৰতিদিনে নামাজ পঢ়াৰ নিৰ্দ্দিষ্ট সময় বিশেষ। ফজৰ, জোহোৰ, আঁচৰ, মগৰিব, ঈছা। নিয়ত—কোনো কাম কৰিবলৈ পূৰ্ব্বে মনতে সিদ্ধান্ত কৰা। কৰজ—ধাৰ। তন—শৰীৰ। পাক—পৰিষ্কাৰ, পৱিত্ৰ। জামা—কাপোৰ। কিব্‌লা—লক্ষ্য বা কেন্দ্ৰ। মক্কাক কেন্দ্ৰ লৈ সকলো মুছলমানে নামাজ পঢ়ে।

চতৰ আওৰত—আবৃত কৰিব লগা দেহাৰ অঙ্গবোৰ। তহৰিমা তকৃবিৰ, কেয়াম, কাবাত, ৰুকু, চিজদা, কায়েদা, চালাম কৌমা, জালুচা—নামাজ পঢ়োঁতে সমাধা কৰিব লগীয়া আৰু পঢ়িব লগীয়া নীতি-নিয়ম আৰু কথা বিশেষ। চুৰা—কোৰানৰ শ্লোক বা বাক্য। মচলা—বিধি-বিধান। ৰহমতোল লিল্‌ আলামীন—বিশ্ব জগতৰ শান্তি ( দাতা বা স্বৰূপ )। চুন্নত—হজৰত মোহম্মদৰ জীৱনাদৰ্শ বা উপদেশ অনুসৰি পালনীয় কাম। উম্মত—সেৱক, অনুৱৰ্ত্তী। হালাল হাৰাম—সিদ্ধ নিষিদ্ধ। ওস্তাদ—গুৰু ( শিক্ষা )। দিলৰ বাদছা—অন্তৰ্দেৱতা। হাচিৰ জুৱাব—এজনে হাঁচি মাৰিলে উত্তৰ দিয়া। জানাজা—মৃতকৰ আত্মাৰ কাৰণে প্ৰাৰ্থনাৰ নামাজ। ফৰজে কেফায়া—অৱশ্য পালনীয় ধৰ্ম্মকাম।



নবীৰ পৰা হল ফৰজ চুন্নত।
ফৰজ চুন্নত নেজানিলে নহয় তেওঁৰ উম্মত॥
তল্‌বোল ইলমে ফৰিজতোন, ফৰজকো নকৰে কাণ।
হাল বাবলৈও শকত, পহৰা দিবলৈও শিয়ান॥
আলা কুল্লে মুছলেমিন আও মুছলিমাত।
মোমিন মোমিননী হ'ল ফৰজৰ ভাৰী।
খোদাৰ ধাৰক নিদি, ধৰুৱাক ফুৰে বিচাৰি॥
দুনীয়াৰ কামত লাগি কামকো নগণে।
ইলিম কালামকো নপঢ়ে।
পঢ়ুৱাই পঢ়িলেও নুশুনে॥
মোমিনে পঢ়ে, মোনাফিকে শুনে,
শুনিব নোৱাৰি হাঁহে আৰু কাহে॥
ৰোজা ধৰে দেখুৱাই, গুনাহ কৰে লুকুৱাই,
পুণ্যৰ শত্ৰু, পাপৰ ভাগী
সাধুকথা শুনি আজানক কৰে টং।
নামাজলৈকো হেলা, নাচিবলৈকো ৰং॥
মৰ্চিয়া গীতক শুনি বান্দা জাগে চৌপৰ ৰাতি।
খোদা মোহম্মদৰ কথা শুনিলে, গালক কৰে কাটি॥
বান্দাই বন্দেগী নকৰে, পালিৰ বোলায় ওজা।
কাবালৈও নোদোঁৱাই মূৰ, মূৰ হল মূৰৰ বোজা॥
কালামকো নপঢ়ে, চিজ্‌দাকো নকৰে,
নজৰ নজৰ নহয় তাৰ ম'ৰা পাখীৰ চকৰ॥
জিকিৰ ফিকিৰ নাই, উশাহ আছে টানি।
কমাৰৰ হাতিনা ভাল, লোহাক কৰে পানী॥
নামাজক কৰে নিন্দা, ছৰিয়তক কৰে বিতন্দা।
ৰছুলৰ নহয় উম্মত, খোদাৰ নহয় বান্দা॥
আজানৰ মাত শুনি, শিঙ্গাৰ দিয়ে পটন্তৰ।
তচ বিহকো বোলে চানৰ (?) মন্তৰ॥

আও কা আন্নাহু তচ্‌বিহতন্, নেপাব বিচাৰি।
বুকু বাহু চপৰিয়াই, জিকিৰক লগায় শাৰী॥
দৰ্‌বেছী কালামকো পঢ়ি মাৰিফতিকো কৰে ঠিক।
ৰহ্‌দহু লা ছৰিক পঢ়ি আপুনি কৰে ছৰিক॥
গাও পাক, পাক জাতৰ ঘাই।
লেইচা কমিচ্‌লিহি, তাত আছে সোমাই॥
আল্‌চতু বেৰব্বেকুম্ শুনি কালুবালাৰ হল নাদা।
তেতিয়াই ভাগিল ছিৰ্‌কতৰ পৰ্দ্দা।
মোহম্মদ মোস্তফা খোদাৰ দোস্তত লাগি।
ৰহ্‌দহু লা ছৰিকা পঢ়ি জন্নতৰ হল ভাগী॥
খোদা এক খালেক, মোহম্মদ আফ্‌জলোল মখ্‌লুকাত।
ৰহ্‌দহু ৰছুলহু ললে ৰেছালতৰ বেৰাত॥
পাক পঞ্জতন এক তনত ৰয়.
কেও নহয় কাৰো ভাগী, ভিনে ভিনে ৰয়॥
কাণেও নেদেখে, মুখেও নেপায় ভাপ।
চকুৰেও নেমাতে, নাকেও নেখায় ভাত॥
এটিও নহয় এটিৰ ভাগী।
বান্দা ৰূপ ধৰি আছে, ঠিকে ঠিকে লাগি॥
বান্দা নাম লৈ বন্দেগীত লাগ।
ছুনীয়াত থাকি দীনৰ পাবা ভাগ॥
এক মন এক তন হৈ মোহম্মদীৰ বাটে যাবা।
মোহম্মদীৰ বাটে গলে আল্লাক লগ পাবা॥
অইন বাটে যাব লাগিলে বাটকো নোপোৱা।
ইব্‌লিছে হাতত ধৰি সুধিব কলৈ যোৱা॥
মই তোৰ ওজা তই মোৰ পালি।
এই পিনে গলে পাবি পোন আলি॥
ময় য়হদিয়ল্লাহু হেদায়তৰ বাট।
যাক দেখুৱায় তেওঁ নেহেৰুৱায় বাট॥



ৰ ময় য়ুদলিল্‌হু"—যি বাটকো দেখে আওবাট,
মুদ্দায়িয়ে কয় আদম খোদাৰ জাত॥
মোত্তকিয়ে বাধ্য কৰে, কাণেও নুশুনে।
নেকিৰ যাব ঢল।
কলিমা চাহাদত পঢ়িব নোৱাৰি
কুফৰ যাব তল॥
জন্নত হব হাৰাম, দোজখৰ হব আহাৰ।
ফকদ্‌ৰ হমল্লাহু আলেইহিম, জন্নতুল মাৱাহুন্নাৰ॥
মলায়েকে পঢ়ে আচ্‌মানত চালাত।
চিজদা কৰি মুনাজাত লয় তুলি হাত॥
কোটি কোটি মলায়েকে মাতে হে আদম।
খটি নকৰিবা চৌম চালাতৰ কাম॥
নূৰে নামাজৰ কৰিলে পোহৰ।
যত ৰাতি দিন নাই, নাই সূৰুয চন্দৰ॥
পোনাই পৰিলে (পঢ়িলে) নহয় আন্ধাৰ।
নূৰত আছিলে নামাজৰ বিচাৰ॥
সাত হেজাৰ বছৰ কালুবালাত কৰে আগ।
নূৰে পালে নামাজৰ ভাগ॥
নূৰে নামাজত কৰিলে আল্লাত চালাম।
সেই চালামৰ নাম হ'ল 'ছৰাৰ' কালাম॥
নবীৰ নূৰক আওৰলে পাতিলে দানা।
কালুবালা নৌ কৰোঁতেই (কওঁতেই)
কৰিলে চিনা জনা॥
আৱওল মা খলকল্লাহু লিনুৰীহি—
জোল্‌মাতক পেলালে পুৰি।
নূৰৰ পৰা হ'ল পোহৰ ছৰাক ধৰিলে তুলি॥
নূৰৰ পৰা বাজ হল জগত আৰু ৰূপ।
কুৰ্ছিৰ বাঢ়িল জখলা, আৰছৰ বাঢ়িল টুপ॥

আলাস্তু বিৰব্বেকুম—কালুবালাৰ নূৰ।
সেই নূৰে হল মোহম্মদৰ জহুৰ॥
আহমদ নূৰ, মোহম্মদ জহুৰৰ ঘাই।
মোহম্মদৰ তনত তাআত আছিল বেহাই॥

তলুবোল ইল্‌মে ফৰিজডোন—শিক্ষা আৰ্জ্জন কৰা ফৰজ, অৱশ্য পালনীয় কৰ্ত্তব্য। ( প্ৰায়বোৰ আৰবী বাক্যৰ অৰ্থ ৰচকে লগে লগে দি গৈছে )। ইলিম কালাম—বিদ্যাশিক্ষা। 'মোনাফিক—পেট কপটীয়া মুছলমান। গুনাহ—পাপ। মৰ্চিয়া—কান্দোন, মৰ্চিয়া গীত, জাৰি গীত। ৱহদহু লা ছৰিক—আল্লাহ এজন, তেওঁৰ কোনো অংশীদাৰ নাই।

পাক্—পবিত্ৰ। আলচতু-বিৰব্বিকুম—মই তোমালোকৰ প্ৰভু ( স্ৰষ্টা ) নহওঁনে? মানুহ সৃষ্টি কৰাৰ পিছত আল্লাই মানুহক এই প্ৰশ্ন সুধিছিল। কালুবালাই কলে—'হয়'। ( অৰ্থাৎ সৃষ্টিৰ প্ৰথম দিনাই মানুহে আল্লাক নিজৰ প্ৰভু বুলি স্বীকাৰ কৰিছিল )।

খালেক—স্ৰষ্টা। আফজলোল্ মখ্‌লুকাত—সৰ্ব্বশ্ৰেষ্ঠ সৃষ্টি। বেৰাত—অংশ। পঞ্চতন পাক—পৱিত্ৰ পাঁচ দেহা বা ভূত-পঞ্চভূত। চুফী সকলে সুকীয়া অৰ্থও কৰে। ইব্‌লিছ—ছয়তান। কলিমা ছাহাদত—যি কলিমাৰ দ্বাৰা আল্লাৰ একত্ব আৰু হজৰত মোহম্মদৰ ৰছুলত্ব দৃঢ় কৰি স্বীকাৰ কৰা হয়। মলায়েক—ফিৰিস্তা, দেৱদূত। জহুৰ—প্ৰকাশ। চৌম চালাত—নামাজ, ৰোজা। তাআত—নামাজ, সাধনা। অওৱল মা···লেনূৰিহি—আল্লাই সৰ্ব্ব প্ৰথমে হজৰত মোহম্মদৰ ( দঃ ) জ্যোতিৰ্ম্ময় আত্মাক সৃষ্টি কৰিছিল।



তা'আতক কেতিয়াও নকৰিবা খতি।
খতি কৰিলে নৰকত হব গতি॥
নৰকত কেনে ন' ন' হতীয়া পোক।
নোমে প্ৰতি ধৰিব যেনে তেজপীয়া জোক॥
সৰবজান হৈ মৰা জীয়া কয়।
দোজখক নডৰায়, কিয়ামতক নকৰে ভয়॥
'য়ওমা য়কুন্নুন্নাচু'—কিয়ামতৰ দিনা
মানুহৰ নহব সুখ শান্তি।
'বিমা কান্নু য়ক্‌চিবুন'—তনে নাচিব;
যেনে শোৱা ঢাৰি-পাটি॥
'ৱতকুন্নুল জিবালু'—বৰ বৰ পৰ্ব্বতক
বতাহে নিব উৰাই।
'কল্ এহ্ নিল্ মন্‌ফুচ'—তুলাৰ আঁহ যেন
কৰি ফুৰাব উৰাই॥
'ইজছ্-চম্‌ছু-কুৱৱেৰত'—সূৰ্য্য হব কলীয়া।
'য়উমা য়ফিৰুল মৰ্‌উ মিন্ আখিহে'—
ভায়েকে এৰিব ককাই।
'উম্মিহি ৱ আবিহি'—বাপেক মাক যাব
ফৰজন্দ এৰি পলাই॥
'ৱ শ্বহিবতিহি ৱ বনিহি'—স্বামীয়ে এৰিব তিৰি,
আৰু মাকে এৰিব লৰা।
কেও নহব কাৰো গা, সকলো নিজ মৰা॥
'ইজা জুল্‌জিলতিল আৰদু জিল্‌জালাহা'—
মাটিক লৰাব ভূমিছাল।
'ৱ আখ্‌ৰজতিল আৰ্দু আচ্‌কালাহা'—
ভূমি ফাটি ওলাব ভৰি ভৰি মাল (?)
'তল্ অতিছ ছম্‌ছু মিম্ মগ্‌ৰিবেহা'—
সূৰ্য্যে পাতিব পছিমত ঠাই।

'কুতুইজ্জিচ্ছিলে লিল্ কুতুব'—জমীন আস্মানক
নৰা যেন থব নুৰিয়াই।
ৰাতি হব কাজলতকৈ আন্ধাৰ।
দোজখৰ সাকো হব লাগিব পাৰ॥
সাকোৰ নেপাব জোখা, চকুত লাগিব চোকা।
চুলিতকৈও সৰু সাকো, খুৰতকৈও চোকা॥
পোন্ধৰ শ বছৰৰ সাকো হব দীঘল।
মোমিন হব পাৰ, মোনাফিক যাব তল॥
মোমিনৰ তাবত সাকোত দিলে ভৰি।
নুমাই চেচা হব দোজখৰ খৰি॥
দোজখে কৰিব তুতি, মোমিন হোৱা পাৰ।
তোমাৰ নূৰৰ তাপে আমাৰ নুমাল নাৰ॥
সাকোত দিলে ভৰি মোমিনৰ নাই হানি।
নূৰৰ তাপে নাৰক কৰিব পানী॥
কতবা হব জগৰীয়া, কতবা হব বাদী।
তেসত্তৰ গোৰোহত এটি থব নাকি
প্ৰথমতে হব নামাজৰ বিচাৰ।
পাচত হব কাৰ কি আছে উধাৰ।
কেৰামন কাতেবিনে আমল নামাক চাই।
মোমিন-মোনফিকৰ হাতে হাতে দিব সুমাই।
কিয়ামতৰ দিনা খলকোল্লাহ আহিব চোথাম (চোথম)
য়উমা য়দউ কুল্লু উনাচিম মছ্ৰবহুম্—
কুল্লু কৌমিন কুন্নু মিছলা ইমান।
মুৰিদে কব কৰিলো এবাদত,
পীড়ে কব বতালো এবাদত।
আমৰ-নেহিৰ ভড়াল নভৰালে কিতাবত॥
জুদা জুদা কৰি তামামক থব গোটাই।
মোত্তকি মোদ্দয়ীয়ে আপোনাৰ ইমামক দিব দেখুৱাই॥



সচা মিছাৰ ভাগিব কূট।
মোত্তকি এৰাব, মোদ্দয়ীৰ শুকাব ওঁঠ।
ফময় য়ুত্তিই কিতাবহু বে য়মীনিহি।
মোমিনে পঢ়িব সোহাতে নামা।
মোদ্দয়ী পঢ়িব লাগিলে চকুত লাগিব কণা॥
ৱমন কানা ফি হাজীহি আমা—
আমৰ নেহি নেজানিলে দুনিয়াতে কণা।
ফহুৱা ফিল্ আখিৰতি আমা
কিয়ামতৰ দিনা নামা পঢ়িব নোৱাৰি
চকুত লাগিব আন্ধা॥
কিয়ামতৰ দিনা মোদ্দয়ীৰ হৰিব মাত।
নামা পঢ়িব নোৱাৰি কতবা লাগিব সন্তাপ॥
আল্য়উমা নখ্তিমু আলা আফ্ৱাহিহিম্।
মুখত মাৰিব মোহৰ, মাত যাব হৰাই,
'ৱ তুকাল্লিমুনা আইদিহিম'—
হাতে পঢ়িব নামা, চকুৱে থাকিব চাই॥
'ৱ তছ্হদু আৰজুলুহুম' হাতে ভৰিয়ে দিব সাক্ষী।
বেমা য়ক্চিবুন—
যত জনে যি কাম কৰে ক'ব ভাগে ভাগে।
পাও যেন সাক্ষী, হাত যেন গুচৰীয়া,
মোনাফিকে কপালত মাৰিব।
খোদাৰ আগত দুহৰীয়া।
ফৰজ চুন্নতৰ ভাগীয়ে মোহম্মদক পাব বিচাৰি।
বহিবলৈ পাব ৱলী আউলিয়াৰ শাৰী॥
ৱলি আউলীয়া সোমাব মোহম্মদৰ মিল্লতত।
নিচান ৰায়তৰ জামাল পাব মোহম্মদৰ মিল্লতত॥
লেবায়ে মোহম্মদী ছৰিয়তৰ হব দানা।
পীড় পয়গম্বৰ সোমাই তাতে পাতিব থানা।

কচুলি ?ানা কোত ( ? ) কোৰাণ কাকত।
আল্লাৰ হুকুমে পাতিব আৰছৰ চুকত ॥
এক লক্ষ চল্লিশ হেজাৰ পয়গম্বৰসকল।
আদমে সৈতে সোমাব সেই বানাৰ তল ॥
বায়তু কউলুহু—মোমিন যাব লগত।
হাতত ধৰিব শকত ॥
হাজাৰ হাজাৰ দৰুদ পঢ়িবা, আৰু খোদাৰ কালাম
আদমৰ পৰা খাতিম নবীলৈকে জনাবা চালাম।
এক হাজাৰ মেহনত কৰি উত্তৰা হল।
কুল শব্দ চি মচলাৰ কথা আৰবীৰ পৰা অসমীয়া হল ॥
পঢ়িলে হব পুইন, জানিলে হব কুশল।
আমল কৰিলে পাবা বিহিস্তৰ মহল ॥
গড়গাওঁ নগৰ আহোম ৰজাৰ ৰাজ্যত।
আৰবীৰ পৰা তৰজমা হল অসমীয়া মাতত ॥
ৰজা হওক চিৰ জীবি, প্ৰজাৰ হওক দখল।
শিল নোপঙে মানে, লাও নেযায় মানে তল ॥
দহ শ ছুকুৰি নবীচন হিজিৰি আকৌ বাৰে বছৰ যায়।
ছাহ মিলনে এই জিকিৰ কৰিলে হদীচ ফেকাহত চাই ॥

দোজখ—নৰ্ক। ঢোকা—সন্দেহ, বিমোৰ। নাৰ—জুই। গোৰোহ—দল, ভাগ ॥ আমল নামা—কৃত কৰ্ম্মৰ বিৱৰণ। কিয়ামত—প্ৰলয়। খলকোল্লাহ—সৃষ্টি, সৃষ্ট জীৱ আদি। এৰাদত—ইচ্ছা। এবাদত—ভক্তি, প্ৰাৰ্থনা। আমৰ-নেহি আজ্ঞা—নিষেধাজ্ঞা, কোৰাণ আদিৰ নিৰ্দ্দিষ্ট পালনীয় আৰু বৰ্জ্জনীয় কাম। জূদা জূদা—পৃথক, পৃথক। তামাম—সকলো। মোদ্দয়ী—দাবী কৰোতা ॥ মিল্লত—দল, অনুবৰ্ত্তী। খাতিম নবী—শেষ নবী; হজৰত মোহম্মদ। কুল—সমগ্ৰ। আমল কৰা—কামত প্ৰয়োগ কৰা। হাদীচ ফেকাহ—হজৰত মোহম্মদৰ কাৰ্য্যাৱলী আৰু বাণী সমূহ, আৰু ইচলামী ৰীতি-নীতিৰ গ্ৰন্থৰাজি।

দুহৰীয়া—বাৰে বাৰে কোৱা :—( দোহাৰি কোৱা )।



আজিও বাৰে বয় বাৰি ( ভাবি ) লোৱা আদি মূল।
আকাশৰ পানী যেন কৰে সমান তুল ॥
আকাশৰ পানী যেন পতাল জুৰি বয়।
পকুৱা শঙ্খিনী নলে ৰাখি বান্ধি থয় ॥
সোমবাৰে বয় বাৰি চোনাল (?) শঙ্খিনী।
সোমাকানা (?) বাজন বাজে দেখিলে বিপৰীত ॥
মঙ্গলবাৰে বয় বাৰি ছুৰিয়া মঙ্গল।
কেনাই আকুঁহি ধৰে মনাই পাগল ॥
বুধবাৰে বয় বাৰি, বধে আপে আপ।
মনাই খেৰালী ধৰে বিৰল দিয়া চাত (?)
বৃহস্পতি বাৰে বয় বাৰি, বিৰল দিয়া ৰাগিণী।
গুৰুৰ মুখত দিয়া চাহেব চৰুলা শঙ্খিনী ॥
শুকুৰ বাৰে বয় বাৰি শুকৰ পোনে জান।
গঙ্গা যমুনা চাতি ধৰিছে উজান ॥
শনিবাৰে বয় বাৰি সজল মাহৰ তিথি।
পূবে জালে ভানু কৰ, পছিমে জলে বাতি ॥
কেৱল নামে কেৱল নাম, কেৱল নামে সাৰ।
দুই চকু মুদিলে বান্দাৰ দিনতে আন্ধাৰ ॥
কেৱল নামে কেৱল নাম কেৱল নামে ৰতি।
ৰাতি দিনে লোৱা নাম নকৰিবা খতি ॥

এই জিকিৰৰ প্ৰসঙ্গ স্পষ্ট নহয়।

**ঘোষা— আল্লা বোল মুখে, নবী বোল মুখে।**
**এই দম হায়াত যায় বান্দা, দুখে আৰু সুখে ॥**

জমীন মুকলি হ'ল আল্লা ঐ জমীন মুকলি হ'ল।
কতক বাথি থম আমাৰে জীৱনক দেহা ভাঙি মুকলি হ'ল।
তোমাক বুলি যাওঁ ভাই আজৰাইল
তুমি মোৰ আগতে ৰোৱা।
অতক আদমীৰ জীৱ লৈ গৈছা
তাহাৰ বাতৰি কোৱা ॥
তাহাৰ বাতৰি কমে কেনে কৰি
কপালত মাৰিলে ফোট।
মুঠিৰে ভিতৰত কৰে ধুৰকৰ,
নেজানো কেনুৱা গোট ॥
তোমাক বুলি যাওঁ ভাই আজ্ৰাইল,
তুমি মোৰ আগত ৰোৱা।
ইপাৰৰ ছুনীতে জীৱক এৰি দিলে
নেজানো কেনেকৈ যায় ॥
জমীনত ভৰদি দেখো আচমানে
মধ্যত কৰিলে শূইন।
ন লাখ উপজিছে, ন লাখ মৰিছে,
বাতৰি লৈছে কোন ॥
আহাৰ শাওণে বৰষে,
চ'তে ফাগুনে ৰ'দ।
চান্দে সূৰুযে দুজনা ঘূৰিছে,
তেওঁলোক জিৰাইছে ক'ত ॥
ফাতিমা বিবি সাগৰত বুৰ দিলে
ফিৰিস্তা আছিলে চাই।



চান্দ সূৰুযক মেঘে বিয়া দিলে
মলয়া বতাহে পাই ॥
বাৰে যে মাহতে মৰে বাৰে বেলি
আছে কলপাতে (?) জনাই।
আপুনি মৰি পৰক জীয়াইছে
জেউতি দিছে জনাই ॥

**ঘোষা— আল্লা দীনৰ দয়াল,**
**আল্লা দানী দয়া তোমাৰে।**
**কি লাগি ধন জন, বিষয় সম্পদ**
**কাক লাগি সাঁচিব লাগে ॥**

সঙ্গৰ সঙ্গী বৈৰী নিতে নিতে হ'ব চুৰি
সংসাৰত পৰি ৰব ধান্দা।
ইটো ধন-কড়ি সংসাৰত ৰব পৰি
গলে দিব ছিৰা ফটাকানি।
যাৰ ধন কড়ি গায়ে গায়ে লৈব চিনি
সঙ্গে যাব নিজ নাম খানি ॥
নিফুৰ্লৰ বৃক্ষতে পখী হৈয়া নবহিলে
তেনেহে আমাতে পটন্তৰ।
আছে নাম দান পূইন, নাই নাম যাব শূইন
তাতে জান কৰিব কবজ ॥

আজৰাইল—মৃত্যুৰ দেৱতা।
"আছে……জনাই"—পাঠান্তৰ—"আছে বোলে ৰঙ্গে ফলাই।"

এক নামৰ বৃক্ষ ডালি দুই নামৰ চাৰি ঠাৰি
মেৱা লাগি হৈল ভৰপূৰ।
পকা মেৱা যাব সৰি পটন্তৰ যেন তেনে দেখি
কাল মায়া এৰি হোৱা দূৰ ॥
আল্লা নামৰ বৃক্ষ ডালি তাতে চৰে হংস পখী
তাতে থাকি কাঢ়ে দীৰ্ঘ ৰাও।
গুৰু দিব অনুমতি, হেলাই হৈব তোমাৰ গতি
বৃক্ষ চাড়ি কৰিব উধাও ॥
সাগৰত পৰি পখী জাকে জাকে মৎস্য দেখি
ছাড়িব নোৱাৰে লোভ মায়া।
ওপৰত হংস পখী তাকে ভাবি আছে দেখি
থাপমাৰি লৈয়া যাব কায়া ॥
শ্ৰীকুলৰ হাটে আইলো, বিভোল পৰিয়া ৰৈলো,
নেবেহালো মানিকৰ পশাৰি।
শুনৰে পণ্ডিত ভাই ঘাটে ঘাটে খোদায়
হেলাই গৈল ইটো ৰম্ম (জন্ম) টুট ॥
গুৰুৰ চঞ্চল চিত সেই লেখা নেযায় মিট,
যাৰ নচিবত যি মাৰে কলম।
তিলে তিলে দণ্ড যায় ক্ষণেকো বিলম্ব নাই,
পলকতে জীৱৰ মৰণ ॥
দুনিয়া ফুলনী বাৰী, পাশা খেলায় শাৰী শাৰী,
ফুলৰ মাজে ফুল ৰৈল ধান্দা।
দীনৰ দয়াল স্বামী বহু পাপে পাপী আমি
হৃদয় মাজে কৰিবাহা দয়া ॥
নামে নামে ভকতত হৃদয় মাজে বৈছে তত
নামক নামে কৰে সেও।
গুৰুনাম বিদয়ত ধৰি মজ্‌নুদিল গৈল মৰি
ব্ৰহ্ম নাম নমথিলে কেও ॥



মজ্‌নুদিল ফকিৰে গায় উৰি উৰি হংস যায়
ঘূৰি আহে নিৰঞ্জন পুৰি।
মথোতে মথোতে ননী খীৰ হৈল খনি খনি
নামৰ মাজে ধান্দা ৰৈল চোৰা ॥

**ঘোষা— আল্লা, মুৰছিদ বৰি ধন।**
**ৰোজ পন্থে বহিলে পায় এবাৰ দৰিশন ॥**

আলিফৰ মাজে আলিফ্‌ আল্লা
আলিফ্‌ বৰি ধন।
হৃদয় মাজে চাৰি মঞ্জিল
সবেও নিৰঞ্জন ॥
দৈ মিঠা, দুগ্ধ মিঠা,
আৰু মিঠা ননী।
সবাত কৰি অধিক মিঠা
মুৰ্চিদ মুখৰ বাণী ॥
ধিয়াওঁতে ধিয়াওঁতে আল্লা
ধিয়ান নেযায়।
মধু চুহি ভোমোৰাই
গহীনে উৰায় ॥
ওঁঠৰ মোকামৰ মাজে
কোন কোন মোকাম জলে।

ধান্দা—চিন্তা। জান—জীৱ। জান কবজ—মৃত্যু। মেৱা—ফল।

তেলো নাই, শলিতা নাই,
সদায় প্ৰদীপ জ্বলে ॥
ওঁঠৰ মোকামৰ মাজে
ওঁঠৰ কোঠালী,
থানে থিতে বহি আছে
পহৰীয়া পালি ॥
আমোলতকৈ তামোল মিঠা,
জৰাৰ মিঠা মৰি।
দীনৰ মিঠা কোৰাণ কিতাপ,
দুনিয়াৰ মিঠা কড়ি ॥

ঘোষা—আল্লা দিলৰ মাজে ভাব মন্তুবাই,
পৰি ৰৈল ধান্দা।
ক্ষণেকো বিলম্ব নাই,
কি লাগি ভৰষা ॥

গগন মন্দিৰৰ দুটি তৰা জ্বলে ঘনে ঘনে।
মন পবন দুটি পখী বন্দী হৈছে কি কাৰণে ॥
ইঙ্গলা, পিঙ্গলা দুই নলা বৈ আছে জান।
ভৰা সোতা হৈছে ত'ত সাগৰ সমান ॥

আলিফ—আৰবী বৰ্ণমালাৰ প্ৰথম আখৰ। এই আখৰ দি আল্লাহ্ শব্দ লিখা যায়। আদি বা প্ৰথম। মঞ্জিল—পথ বা পথৰ অংশ। মোকাম—ঘৰ, কোঠা, স্তৰ।



সাগৰত পৰি পখী কাঢ়ে দীৰ্ঘ ৰাও।
ক্ষীৰৰ মধ্যে ঘৃত বন্দী, পখী নেছাড়ে উৰাও ॥
ছয় চক্ৰৰ মাজে পখী কোন ঠাই কৰে বাসা।
নিৰ্ম্মল কোঠাৰ মাজে পখী দিলে দেখা ॥
গগন মন্দিৰৰ মাজে বাজে কিবা পখীৰ ধ্বনি।
ত্ৰিপানীতে খেলা কৰে শিৱৰ মহামুনি।
নাচুত দৰিয়াৰ মাজে সকল পখীৰ ধ্বনি।
বালেক হইয়া মুৰ্চিদ বজায় কৰতালি।
মলকুত দৰিয়াৰ মৎস্য বহে ভাটি, কৰিছে উজানি।
মৎস্যক লাগি বগুলি কৰিছে ধিয়ানী ॥
জবৰুত দৰিয়াৰ মাজে অফলা ত্ৰিপানী।
আপুনি চোভান আল্লা সেই নাৱৰ কাণ্ডাৰী।
উজাই বৈছে লাহুতৰ দৰিয়া, ঘূৰে মলয়াত বৈ।
আল্লা নামে বৈছে টুট (?) নাই পৰিচয় ॥
গুৰুৰ চৰণে গতি, নিজ নাম কৈল সাৰ।
মজ্নুদিল ফকিৰে খাটে কৰিবা নিস্তাৰ ॥

নাচুত, লাহুত, জবৰুত, মলুকত—আধ্যাত্ম্য-সাধনাৰ পথত স্তৰ বিশেষ। বালেক্-বালেগ্—বয়ঃপ্ৰাপ্ত। চোভান আল্লা—আল্লাহ্ (শক্তিমান বা প্ৰশংসাৰ্হ অৰ্থত)।

**ঘোষা—মুৰ্চিদৰ ছায়া আল্লা,**
**মজ্নুদিল ফকিৰে বৈল।**
**ফকিৰৰ আল্লা তোৰ**
**ছায়াত মৌজুদ হৈল॥**

আওৱলে হু আল্লা নূৰৰে ত্তজল্লা
আখেৰে হয় দুই পাত।
দিলতে ভাবিয়া এই দুনিয়া পাতিলা,
চাৰি বেদ, চৈধ্য শাস্ত্ৰ তাত॥
আওৱল কলিমাখিনি আওৱলে দিলৰ মণি
আখেৰে আলমৰ গুৰি।
নাচুত মোকামৰ মাজে জিজিয়া (?) বতাহখিনি
উজাই আছে এই সংসাৰ জুৰি॥
দুৱম কলিমা দম, তাতে খেলায় নিৰঞ্জন,
সদায় খেলে এই দিন ৰাতি।
চিয়ম কলিমা খিনি নামে ছাবৰ ধ্বনি (?)
গগন মন্দিৰে দুই জোৰা॥
জব্ৰুত মোকামৰ মাজে নূৰ জলিয়া আছে
চমকে চমকে দুই তৰা।
চাহাৰম কলিমা চাৰ (সহৰ?) আলমে উন্মতৰ হাৰ
উজায় বয় মলয়াত ঘূৰে।
লাহুত দৰিয়াৰ মাজে ঢউ উঠিয়া আছে
এই কাল বিকাল ফিৰে॥

মৌজুদ—উপস্থিত, মজুত ৰখা। নূৰ—স্বৰ্গীয়, জ্যোতি। ত্তজল্লা—উজ্জ্বল, জ্যোতিৰ্ম্ময়। আখেৰত—অন্তিমত। দম—উশাহ-নিশাহ।



কোন সাউদৰ নৌকাখনি ৰাখো যতন কৰি।
কোন সাউদৰ নৌকাখনি ৰইল বালিচৰে॥
উত্তম সাউদৰ নৌকাখনি ৰাখা যতন কৰি।
আগ নাই, গুৰি নাই মধ্যে আছে পিৰি॥
কৰ্শালি নাইকিয়া নৌকা জলে ফুৰে ঘূৰি।
আগ নাই, গুৰি নাই, বৈঠা আছে চাৰি॥
কৰ্শালি নাইকিয়া নৌকা ভাটি দিয়ে চাৰি।
আজি ভাটী, কালি ভাটী দিয়া যায় ভাটী॥
কৰ্শালি নাইকিয়া নৌকা নধৰে উজনি॥
বিষম দৰিয়াই নৌকা চাকনৈয়াত ঘূৰে।
খেৱা খেৱা উঠে ঢ'উ দৰিয়াৰ কূলে॥
ই বান বাৰিষা কাল, বৈছে নদী নলা।
কৰ্শালি নাইকিয়া নৌকা পেলালে অফলা॥
দিনে দিনে নৌকাখনি তল গল হীন।
মানিকো লুটিয়া নিলে নৌকা ওপঙিল॥
আজিকালি দিনে দিনে নৌকা ফুৰে ভাসি।
কৰ্শালি নাইকিয়া নৌকা বৈল বালিত লাগি॥
চাৰিউপাশে শগুনিয়ে কাঢ়ে দীৰ্ঘ ৰাও।
বালিচতত লাগি আছে গিৰি নাইকিয়া নাও॥
চাৰিপাশে শগুনিয়ে কাঢ়ে দীৰ্ঘ ৰাও।
শগুনি চিৰ্কালি পৰি লোৰে (লোটে?) ভৰা নাও॥
চিলনী শগুনি পৰি মাংস হ'ল দানী।
শৃগালিয়ে শগুনিয়ে মাংস নিয়ে টানি॥
কাউৰীয়ে কৰে কুল-মুল স্বৰ্গত লাগিল ধ্বনি।
শগুনি কাউৰীয়ে নৌকা কৰে খণ্ডাখণ্ডি॥
মজ্নুদিল ফকিৰৰ নৌকা দিলৰ সচাৰ।
গুৰুৰ নামে নৌকাখনি সাগৰ হৱ পাৰ॥

**ঘোষা—অৰে সাউদ ভাই তোৰ নৌকা ভাটি দিলে।**
**আৰ নৌকা নধৰে উজাই ॥**

আজি ভাটি, কালি ভাটি সাউদৰ নৌকা ভটিয়ায়,
নিতে নিতে ভটিয়াওঁতে সাগৰো শুকায়।
সাগৰৰ মাজে নৌকা ভাহি ভাহি ফুৰে
আৰ নৌকা নধৰে উজনি ॥
লাচিয়া বাচিয়া সম্পদক বেহাইলা
সম্পদক নৌকাত দিলা ভৰা।
পচোৰা বতাহে পাই সম্পদ নিলে উকুৰাই
খসাইব সকলো নাৱৰ জোৰা ॥
পচা শিমলুৰ নাও, নেজানো পানীৰ ভাও
কৰ্শালি লোৱা শকত কৰি।
মনৰ বঠা সাজি পবনক দিয়া ভৰা
দিল দৰিয়াত যোৱা চলি ॥
নৌকাৰ আগে গুৰি বৈঠা আছে জুৰি জুৰি
কৰ্শালি লোৱা শকত কৰি।
হীৰা মাণিকৰ ভৰা তোৰ নৌকা উজান ধৰা
মুৰ্চিদক লোৱা কাণ্ডাৰী ॥
নৌকাৰ হিৰা হিৰি লগা আছে পাঁচ পিৰি,
কোঢ়া লগাইছে থৰে থৰে।
নৌকা বান্ধি ধৰি মানিকো দিয়া ভৰা
তোৰ নৌকা নেপাইব চোৰা ॥
সাগৰৰ ঢউ চাই নৌকা মেলে উজুৰাই
অফলাতে পানী আছে পৰি।
কহে মুৰ্চিদ ভাই ভগা নাৱত ভৰষা নাই
যদি ৰাখা নিজ নাম খনি ॥



ভাটি উজনি দৰিয়াৰ পানী
সমুদ্ৰত জুৰি দুই কুল।
সাগৰৰ মাজে নৌকা ভাসিয়া ভাসিয়া ৰ'ল
মুৰছিদ হাতত ধৰি তোল ॥
নৌকাৰ কোঠৰ (?) খনি চৌৰ হামোৰণি
তাতে পৰি আছে ডকা।
আন্ধাৰ ঘিটমিট বিজুলি চিক্‌মিক্
তাতে মুৰ্চিদে দিলে দেখা ॥
বিষম দৰিয়াৰ মাজে ঢউ উঠিয়া আছে
অফলা তুলিয়া তোলে পানী।
দীনৰ দয়াল দানী অভয় চৰণ ছায়া
মুৰচিদ হ'ল সেই নাৱৰ কাণ্ডাৰী ॥
ওপৰ মলয়াত দেৱে গৰজিলে
লাগিল আচ্‌মানত ধ্বনি।
ত্ৰিপানীৰ ঘাটত বঠাৰ চাবনিত
তাতে পোহাইল ৰজনী ॥
নামকে নামে দেখে নামকে নামে খেদে
নামকে নামে কৰে সেও।
নিজ নাম ৰূপে আল্লা জীউ সকুৰাই গ'ল
ইয়াকে নেদেখিলে কেও ॥
মজ্‌নুদিল ফকিৰৰ তত গুৰুৰ চৰণে মথ ( মাথা )
হৃদয়ৰ মাজে খেৰা য'ত ত'ত।
শুনৰে পণ্ডিত ভাই ঘণ্টে ঘণ্টে খোদাই
হেলাই গৈল ইটো ব্ৰহ্মতত ( ব্ৰহ্মতত্ব ) ॥

নাম ৰবি ধন ভাইৰে, মুৰ্চিদ ৰবি ধন।
মজনুদিল ফকিৰৰ নাম গুৰুৰ চৰণ॥
নাম ভাব, নাম চিন্ত, নাম নিৰাকাৰ।
নামৰ গঙ্গাত বুৰ দিয়া সাগৰ হৈবা পাৰ॥
নাম শিৰৰ ছত্ৰ আছে ভকতত।
ভজিলে পৰকাশ পায় তযু চৰণত॥
নামৰ হৈয়ে মথুনি (?) মথি থৈলে কোণে।
অভয় চৰণত ছায়া নিজ নাম খনে॥
নাম নামে নৌকাখনি, আত্মা নামে ভৰা।
যেয়ে কৰ্শালি ধৰে, বৈঠা যায় ত্বৰা॥
নাও নহয় কাঠৰ, কুণ্ডলি মাৰে হাত।
বিনা হাতে বাই দিয়া তুলি দিয়া ঘাট॥
নাৱৰ হিৰাহিৰি বৈঠাৰ চাৱনি।
ত্ৰিপানী খঞ্জৰৰ ঘাটে পুৱাইব ৰজনী॥
মজনুদিল ফকিৰে কয় এই বাৰে বাৰ।
নেপাবি মনুষ্য জন্ম জীউ তৰাইবাৰ॥
নাম নামৰ নৌকাখনি ব্ৰহ্মা নামৰ গুৰি।
এক নামে ভেদি আছে চৈধ্য-তবক জুৰি॥

তবক—স্তৰ, লোক।



আল্লা, ব্ৰহ্মনামৰ মাৰলিটি, মধ্যে চাৰি খুটা।
বিনা গাঁঠে ৰাখি থৈছে ব্ৰহ্ম নামৰ জটা॥
আল্লা, আঁঠ চুকৰ আঁঠ দিহা কলিমা নামৰ খুটি।
ব্ৰহ্ম নামে গাঠি থৈছে ঘৰৰো যুগুতি॥
আল্লা, আঁঠ শাৰী ব্ৰহ্ম খুটা, নামৰ চাৰি চতি।
বিনা গাঁঠে ৰাখে ঘৰ ব্ৰহ্ম নামৰ গাঁঠি॥
আল্লা, পাঁচ নামৰ পাঁচ মাৰলি, পাঁচে পাতি পাতি।
বিনা গাঁঠি ৰাখে ঘৰ ব্ৰহ্ম নামে নাঠি॥
আল্লা, পাঁচ নামৰ পাঁচ মাৰলি, ব্ৰহ্ম নামৰ কায়া।
আওৱল আখেৰ ঘৰ, পঞ্চতনৰ ছায়া॥
আল্লা, আওৱল কোঠালি ঘৰ আছে থানে থান।
য়া হাইয়্, য়া কাইয়ুম, য়া হান্নান্নু, য়া মন্নান॥
আল্লা, ছুৱম কোঠালি ঘৰ আছে থানে থান।
য়া বোৰহান্নু, য়া চোৱহান, য়া চুলতান্নু, য়া গোফ্ৰাণ॥
আল্লা, চিয়ম কোঠালি ঘৰ আছে থানে থান।
য়া বোৰহান্নু, য়া মস্তান, বদিওচ্ চামাৱাত॥
আকলৰ ৰুৱা খনি গিয়ানৰ কামি।
ফহমৰ সূত লৈ, কলিমা নামৰ গাঠি॥
জ্ঞানৰ কাঠি কামি, কলিমা নামৰ গাঁঠি।
মুৰ্চিদ চাইল ঘৰ ব্ৰহ্ম নামে গাঁঠি॥
আমৰুৰ ভেটিখনি অমৃতৰ বেৰ।
আকলৰ চাউনি কামি, হায়াতৰ খেৰ॥
কল্মা নামৰ হায়াতখনি বান্ধে মুগুৰি (?)
আল্লা, মুৰ্চিদে সাজে ঘৰ চৈধ্য ভুবন জুৰি॥
ঘৰখনি সাজি আল্লা, নামৰ মূচচি।
বিনা হাতে সাজিলে ঘৰ, আল্লাৰো কুদ্ৰতি॥
ব্ৰহ্ম নামৰ চাৰি চটি, আকলৰ কামি।
নূৰৰ বৰষুণ বৰষে, নুৰুখিল পানী॥

চাৰিউ চুকৰ পোলা বান্ধি ব্ৰহ্ম নাম ধৰি।
আল্লা বিনা-বান্ধে ৰাখি থৈল, কলিমা নামৰ গাঁঠি ॥
তনৰ মাজে ঘৰখনি, দ্বাৰৰ মাজে মন।
নিৰঞ্জন পুৰুষে কৰে খেলা গুলস্তান (?)
মজ্নুদিল ফকিৰৰ তচ্লিম গুৰুৰ চৰণ।
আল্লা, নিশ্চয় ঘৰ মোৰ নৰহিব তিলেকে মৰণ ॥

**ঘোষা—মন ভাবনাই ৰহ,**
**ভাবিলে ভজিলে আল্লাক পায়।**
**দিলৰ মাজে লোৱা নাম**
**মুৰ্চিদক ডৰাই ॥**

আল্লাক ভাব, আল্লাক চিন্ত, আল্লাক কৰ সাৰ।
দিলৰ মাজে খেলা কৰে, ই জল্লে জ্বালাল।
তনৰ মাজে চাৰি মঞ্জিল, দিলৰ মাজে দম।
হৃদয় মাজে খেলা কৰে আল্লা নিৰঞ্জন ॥
তনৰ মাজে চাৰি মঞ্জিল, ৰূহৰ মাজে বাণী।
ভাবিয়া চিন্তিয়া লোৱা, আল্লাহু ৰব্বানি ॥
স্ত্ৰী, পুত্ৰ, ভাৰ্য্যা, ধন, সবে মায়াৰ ধান্দা।
বিনা সূতে বান্ধি থৈছে আল্লাৰে তামাচা ॥
দমৰ ওপৰ দুনিয়াই, দুনিয়াৰ ওপৰ ধান্দা।
দিলৰ মাজে খেলা কৰে, আল্লাৰ তামাচা ॥

য়া হাইয়ু, য়া ক্বাইয়ুম, য়া হান্নান, য়া মান্নান, য়া দয়য়ান, য়া চোৱহান, য়া চুল্তান, য়া গোফ্ৰান, য়া বদিওচ চামাৱাত—আল্লাৰ বিভিন্ন গুণ প্ৰকাশক নাম। ফহম—বোধ-শক্তি, বোধি। গুলস্তান—ফুলনি।



দীন দুনিয়া, স্ৰজিলা আল্লা, কৈলা ৰাতি-দিন।
কেওঁকো কৰিলা গুণনিধি, কেওঁকো কৈলা হীন ॥
আল্লাৰ নামৰ ওপৰ, মোহম্মদ চাত্তাৰ।
সেই নামে কৰিব বান্দাক পুলচেৰাতৰ পাৰ ॥
এক নামে বন্দেগী আলম আছে জুৰি।
পূব পছিম দমৰ খেলা, জে'ৰ আলমৰ গুৰি ॥
মজ্নুদিল ফকিৰৰ খেৱা ( সেৱা ), শুন নিৰন্তৰ।
পথৰ ভিখাৰী হৈয়া ভজিলো চৰণ ॥

নামে নদী-নলা, ব্ৰহ্ম নামে বৈছে জোৰা।
আত্মা নামে বৈ আছে তত।
অধোৱা পুখুৰী খনি, তাত উঠে নামৰ ধ্বনি
তাৰ মাজে মাণিকৰ পুতলি।
ব্ৰহ্ম নামে নামৰ গুৰি হৃদয় মাজে আছে জুৰি
ত্ৰিপানীতে খেলি আছে সদা ॥
ত্ৰিপানী অজুৰ ঘাট স্নানৰ মুকুতি তাত .
মুৰ্চিদ্ মুখে লোৱা পৰিচয়।
ব্ৰহ্ম নামে যিখন (?) থাকে লক্ষ নাম তাতে খাটে,
নাম পৰি খাটে যতো ততো।

জল্লে জালাল—সৰ্ব্বশক্তিমান আল্লা। ৰব্বানি—প্ৰভু ( আল্লাৰ নাম )। চাত্তাৰ—আবৰণ দিওঁতা, ত্ৰাণকৰ্ত্তা। পুল্চেৰাত—আত্মাৰ মুক্তিৰ পথত দোজখ আৰু বিহিস্তৰ মাজৰ সূক্ষ্ম সেতু বিশেষ। জে'ৰ আলম—সৃষ্টিৰ অন্তৰালত।

দিলত নাই পৰিচয় আত্মা নালা তাত বয়
ব্ৰহ্ম হৈয়া নামৰ নাপায় টুট (?)
নামে নামে ভকত হৃদয় মাজে বৈছে ত'ত
নামক নামে কৰে সেৱা।
গুৰু নাম গলে ধৰি মজ্‌নুদিল গল মৰি
ব্ৰহ্ম নামক নমথিলে কেওঁ।
নাম নাম দেহ জড়, ব্ৰহ্মনাম নৌকাখনি,
চাৰি নামে চাৰি পন্থৰ সাৰ।
নিত্য নাম দিলে গুৰি বৈঠা যায় জুৰি জুৰি
গুৰু হৈল সেই নাৱৰ কাণ্ডাৰী॥
নাম ৰতন ধন হেলাত নকৰ মন,
হাঁচি (সাচি ?) থৈলি নলগালি বাটি।
শূন্যত পুখুৰী খানি তাতে ভৰা পূৰা পানী
নাম নলৈ মুহিল মহাপাপী।
মজ্‌নুদিল ফকিৰে গায় শুনৰে পণ্ডিত ভাই
ব্ৰহ্ম নামৰ ইটোৰেতো সাৰ॥
মৰণ সময় বেলা ব্ৰহ্ম নামে কৰে খেলা
হেলাই কৰে ভবনদীৰ পাৰ॥



**ঘোষা—গুৰুজীউ অধমে তোমাৰ নাম ডাকে।**

কোন্‌হি কোলে দুই চন্দৰ মধ্যে হি নাভি।
নামৰো মন্ত্ৰ সপ্ত দিল কমল পথী॥
বৃক্ষৰ গোৰে চাৰি ডাল বৃক্ষৰ আগে ব্ৰহ্ম,
নাল গুৰি (?) কমল হৈল বন্দী॥
বিনা পাতে বৃক্ষডালি লম্ভে আছে চাৰি ঠাৰি,
সহস্ৰ পাতৰ জন্থা জন্থী (?)
বৃক্ষৰ গুৰি দুই পাত বুজৰে পণ্ডিত তাত
শিয়াও মেলিলে দুই ফালি॥
নিৰ্ম্মল কমল গাছে নানান বৰণো তাতে
আছে চিয়াহ, চুফেদ, চবুজ, লাল।
চাৰি বৰ্ম্মৰ গুটি মধ্যে বসি খায় টুটি
বিনা মন্দিৰে কৰিছে বৰ্ণ বাচি লৈয়ে॥
মধ্যে মূলে বৃক্ষৰ ডালি তাতে চৰে হংস পথী
তাতে থাকি কাঢ়ে দীৰ্ঘ ৰাও।
গুৰু দিব অনুমতি হেলাই যাব তোমাৰ গতি
বৃক্ষ ছাড়ি কৰিব উৰাও॥
চাৰি কুতুব, চাৰি বুৰুজ, ওঠৰ মোকাম বুজো
অমূল কমলৰ দুই বুজায়।
মধ্যে আছে ত্ৰিপানী চিধে কামান চলে,
পৰি ৰব বিনে সাজিল বিমায় (?)
মজ্‌নুদিল ফকিৰৰ বাণী, কা গছে বসি টুট জানি
বৃক্ষত মেৱা লাগি ভৰপূৰ।
পকা মেৱা যাব সৰি পটন্তৰ যেন তেন দেখি
কাল মায়া এৰি হোৱা দূৰ॥

টুটি—ভাটৌ চৰাই। কুতুব—আধ্যাত্মিক সাধনাত সিদ্ধিলাভ কৰা সাধকৰ স্তৰ বিশেষ।

**ঘোষা—আল্লা, মনৰ মনে ধান্দা।**
**পৰিয়া ৰৈল বান্দা॥**
**ঐ ভব সংসাৰে॥**

আচ্‌মানত দুই তৰা জ্বলে দিন ৰাতি।
বিনা তেলে প্ৰদীপ জ্বলে, কাজল কোঠাৰ বাটি॥
আচ্‌মানত চন্দ্ৰ সূৰ্য্য জ্বলে মধ্যত ত্ৰিপানী।
থমকি থমকি উঠে নাম, মধুৰসৰ বাণী॥
ত্ৰিপানী সাগৰৰ মাজে ব্ৰহ্ম নামৰ নলা।
জ্বলি জ্বলি উঠে নাম নূৰবে তজল্লা॥
সাগৰতে পৰি পথী কাড়ে দীৰ্ঘ ৰাও।
মধুলোভী ভোমোৰাই নেছাড়ে উৰাও॥
অমল কমল কলি নানা ফুলৰ ধাৰি।
পুষ্প লোভে ভোমোৰা পৰি হ'ল বন্দী॥
অধৰা পুখুৰীৰ মাজে ব্ৰহ্ম নামৰ ধ্বনি।
তাতে বহি খেলা কৰে শিৱ মহামুনি॥
আচ্‌মানতে চন্দ্ৰ সূৰ্য্য বৃক্ষত পৰিল ছায়া।
সকল বৃক্ষত ফুল আছে ইকি আল্লাৰ দয়া॥
নামৰ ডালি মূলে ফুলি আছে আল্লাৰ যত কায়া।
বুজিব নোৱাৰো বান্দা ইসব আল্লাৰ মায়া॥
অমূল্য কমলৰ জান বৈছে হিয়া নদী।
মৎস্যক লাগি বগুলি পৰি ৰৈল বন্দী॥
মজ্‌নুদিল ফকিৰৰ তচ্‌লিম গুৰুৰ চৰণ।
হৃদয় মাজে খেলা কৰে আল্লা নিৰঞ্জন॥
জব্‌কুতৰ দৰিয়াৰ মাজে অফলা ত্ৰিপানী।
আপুনি চোৱহান আল্লা সেই নাৱৰ কাণ্ডাৰী॥
উজাই বৈছে লাহুতৰ দৰিয়া ঘূৰে মণ্ডপত বৈ।
আত্মা নামে বৈ আছে তেওঁৰ নাই পৰিচয়॥

নূৰ—ঐশ জ্যোতি। উজল্লা—জ্যোতিষ্মান।



**খোষা—কলিমা লোৱাহে, কলিমা কৰা সাৰ।**
**আওৱল কলিমা লৈবা নাম, দিলৰ সঞ্চাৰ॥**

আওৱল কলিমা এক, আখেৰে দুই পাত।
চাৰি বেদ চৈধ্য শাস্ত্ৰ উপজিল তাত॥
আওৱল কলিমা দুৱম কলিমা চিয়ম কলিমা সাৰ।
চাহাৰম কলিমা জুৰি আছে সমস্তে সংসাৰ।
আওৱল কলিমা তন্‌, তনৰ মাজে ঈমান।
জীন্দা মোৰ্দা আখেৰতে কৰিছে তামাম॥
ৰদ্‌কুফৰ কলিমা পঢ় আলিমৰ গুৰি।
তনৰ মাজে আছে কলিমা চৈধ্য তবক জুৰি॥
অস্তগ্‌ফাৰ কলিমা পঢ় হাচিল কলিমাৰ বাণী।
আওৱলে আখেৰে কলিমা, ঈমান মুছলমানী॥
ইয়েতো কলিমা নহয়, আৰু কলিমা আছে।
লক্ষ লক্ষ কলিমা খাটে এক কলিমাৰ পাচে।
কৰিম ৰহিমৰ কলিমা এক কৰি জান।
আমানতে থাকি কলিমা সাজিছে বিমান॥
আল্লাজীৰ কলিমা বান্দা ভাব এক কৰি।
সেই কলিমা হৈয়া যাব তোমাৰ সঙ্গৰ সঙ্গী॥
মজ্‌নুদিল ফকিৰৰ কলিমা ভাব এক কৰি।
কলিমা ফুলৰ বাৰী তাত ৰৈল পৰি॥

ৰদ্‌কুফৰ—কুফৰ বা আল্লাৰ একত্বত বিশ্বাসহীনতাক ব্যৰ্থ কৰা।
অস্তগ্‌ফাৰ—তওবা, অনুতাপ কৰি আল্লাৰ ওচৰত ক্ষমা বিচৰা॥

**আল্লাহে খোদাৰ দোস্ত নবী,**
**গুনাহ কৰিছো বান্দা, বখ্ছাওঁতা তুমি।**

আদমক পয়দা কৰিলে মাটিৰ কলবুদ কৰি।
মোহম্মদক পয়দা কৰি গায়বত থলে ৰাখি॥
আগলতি পাত পাৰি পূজে নানান দেউ।
দোজখত সেতু বান্ধি গগনে উধাও॥
গছৰ গুড়িত হাঁহ পাৰ, পূজা পাতল দিয়ে।
বাই ভনী বিচাৰ নাই, মানুহ বলি দিয়ে॥
গুনাহত যেবে বান্দা উটি বুৰি যায়।
হেদায়ত কৰিবলৈ ৰছুলক পঠায়॥
বৰ বৰ আউলীয়া, বৰ বৰ পীড়।
বৰ বৰ বিৰিখ ভাগি বাগৰি পৰিল॥
পৰুৱা পিপৰাই তোলে মনে মনে মাটি।
জোৰা জোৰা স্থূলকিব টঙালৰ গাঁঠি॥
দমৰ ওপৰ দুনিয়া আল্লা, দমে আহে যায়।
মুৰ্চিদ কাৰো কেও নাই, দমৰ দুনিয়াই॥
এক লক্ষ চন্দ্ৰ সূৰ্য্য, দুই লক্ষ তৰা।
তাৰ মাজে খেলি খেলায়, বিনন্দ ভোমোৰা॥
আচ্মানতে চন্দ্ৰ নাই কি কৰিব তৰা।
যি নাৰীৰ পুৰুষ নাই, দুনিয়া আন্ধিয়াৰা॥

বখ্ছাওঁতা—ক্ষমাদান দিওঁতা। কলবুদ—আকৃতি, দেহা। গায়ব—শূন্য, অদৃশ্য। হেদায়ত—পথ-নিৰ্দ্দেশ, উপদেশ। আউলীয়া—সাধক, আল্লাৰ প্ৰিয়জন।



এক নাম লৈব যাৰ, বিনা নৌকাই হব পাৰ,
নৌকা বান্ধে ত্ৰিপানীৰ ঘাটে।
দমৰ ওপৰে দুনীয়াই দুখৰ চুমাৰ নাই,
নিতে নিতে নৌকা দিলে ভাটি॥
সকলো ধন জন কামিনীৰ হাতে ৰৈব,
সঙ্গে যাব এক মুঠি মাটি॥
কাল, কলিমা খেলা, খেলিয়া নানান খেলা,
খেলি আছে কৰি কত খেলা।
ঘাটে নৌকা চুৰি হব মানিক লুটিয়া নিব
অফলাই এৰিয়া দিয়ে ভেলা॥
গগন মন্দিৰৰ মাজে চন্দ্ৰ সূৰ্য্য জ্বলে,
লক্ষ তৰা জ্বলে দিন ৰাতি।
চন্দ্ৰক ৰাহুৱে ভক্ষণ কৰিয়া নুমাই দিব
কাজল কোঠাৰ এই বাটি॥
হিন্দু আৰু মুছলমান একে আল্লাৰ ফৰ্মান
গোৰস্থানে কবৰ শাৰী শাৰী,
হিন্দুক জ্বলাব, মোমিনক গোৰ দিব
চাৰিও কলিমা পৰচাৰি॥
মজ্নুদিল ফকিৰে গায় গুৰুৰ চৰণ পাই
নিজ নামত দিয়া গৈলা মাটি।
গুৰুৰ চৰণ পাব, বিনা নৌকাই পাৰ হব
সংসাৰৰ পায়া যায় মুক্তি।

এই জিকিৰৰ কিছু অংশ অন্য জিকিৰৰ লগতো গায়। কাৰ ৰচনা স্থিৰ কৰা দুষ্কৰ।

**অ মনুবাই, মজ্‌নুদিল ফকিৰে গায়**
**নামখানি মধু ৰসৰ বাণী।**

গুৰুৰ চৰণ ধৰি, নিজ নাম সাৰ কৰি,
সেই নাম ৰসৰ মুৰাৰী॥
কাজল কোঠাৰ ঘৰ খনি, তাত উঠে নামৰ ধ্বনি
তাৰ মাজে মাণিকৰে পুতলি।
স্বামী পুত্ৰ ভাৰ্য্যা ধন কৰিয়া ৰাখা যতন
মৰব্বিক (?) দেখিলা প্ৰাণৰ বৈৰী।
গগন মন্দিৰৰ মাজে সুললিত নাম ডাকে,
কাল মায়া আছে পাচ ধৰি॥
দিন কৈলা ছুনিয়াই দিনৰো অধিক নাই
নিতে নিতে উমৰ হলে হীন।
পুত্ৰ পৰিয়ালক হৃদয়ত বান্ধি ৰঞ্চিবা আৰু কত দিন॥
কামিনীৰ কোলে, বিভোল সাগৰে
পৰি ৰৈলা এই ধান্দা।
কাজল কোঠাৰ বাটি নুমাব ঠাপ মাৰি,
মানিকো লুটিয়া নিব চোৰে।
এই ৰস বাদ দিয়া মানিকক মলাইয়া
পৰি ৰৈল কামিনীৰ কোলে।
ঘৰত সোমাব চোৰা খহাব সকল জোৰা
খহাব সৰু বৰ চব ৰে।
আবে আতছে খাকে বাদে মকৰ্ৰ্ব আছে
চাৰি চিজৰ একে ঘৰে বাসা॥
উৰি যায় হংস দূৰ ঘূৰি আহে নিৰঞ্জন পূৰ
কিহৰ বাসাত কৰে ধান্দা॥
হকিকতে তৰিকত চাৰি নামে ছৰিয়ত,
মাৰুফতে শেৰালী সংসাৰ।



গুৰু নভজিব যেয়ে কিমতে ভজিব তাৰে
বিনা নৌকাই কেনে হব পাৰ॥
চাৰি নামৰ চাৰি খুটা সহস্ৰ নামৰ যথা (?)
চাৰি নামে চাৰিও প্ৰকাশে।
এক নাম লৈব যাৰ বিনা নৌকাই হব পাৰ,
নৌকা বান্ধে ত্ৰিপানীৰ ঘাটে॥

**সোনাৰ তন্ কি লাগি ফকিৰ ৰে,**
**আপোন দিল কিতাবতে ধুন্ধ।**

হাদিৰ (?) আল্লা কুৰ্চি, আৰে জাগৰে,
আপোন দিল কিতাবতে ধুন্ধ॥
একেটি সুতী, তিনিটি ধাৰা,
মুৰ্চিদ তাৰে এটি নলা।
আহিলা যেতিয়া জননী উদৰে
বান্ধে এই খানাৰ খেলা॥
ভাটি দেশে (ভাটিৰ পৰা) (?) আহিল ফকিৰ
হাতে লৈয়া আচা।
সেই ফকিৰ মৰি গলে
কবৰ দিলে কোথা॥
ভাটি দেশে আহিল ফকিৰ
গলে কম্বল কেঁঠা।
সেই ফকিৰ মৰি গৈলে
চহৰ ৰৈল কোথা।

মৰব্বি—জ্যেষ্ঠজন, গুৰু। মকৰ্ৰ্ব—মকৰল, নিযুক্ত।
ধুন্ধ—বিচাৰ কৰা। আচা—লাখুটি।

**ঘোষা—কলিমাৰ নাম সাৰথি, জীউৰ লগে যায়।**

কলিমা হকিকত, কঁলিমা ছবিয়ত, কলিমা তামামৰ ঈমাম।
অজুদৰ ভিতৰত কলিমাক বহালে, সিয়ে হল শিৰৰ কলম ॥
ওপৰ আচ্‌মানত মেঘে গৰজিলে, আ'বে হৈ লগালে মাত।
বান্দাৰ মলকুতত মাটিৰ কলবুদৰ বহালে আমৰু জাত ॥
আ'বে হায়াতৰ উথান উঠিলে ৰসৰো উঠিলে জোৱাৰ।
ৰসৰ জোৱাৰত মাণিকৰে মেলা, ললে আৰ্‌ জোল্লাই ভাৰ ॥
আ'বে হায়াতৰ উথান উঠিলে, উথানত উথলি গ'ল।
আ'বে হায়াতক বাপে এৰি দিলে, মাৰৰ চিকমত বল ॥
আ'বে হায়াতৰ উথান উঠিলে, মথোতাই মথিলে ঘিউ।
খোদাৰ হুকুমে মেহতৰ জিৰৰিলে বহালে আমৰু জীউ ॥
আ'বে হায়াতৰ উথান উঠিলে বঢ়াওতাই বঢ়ালে জাল।
আইৰ নাম আমৰু বোপাইৰ নাম পামৰু দুয়োৰে বেহানি ভাল ॥

হকে হুৰে আহিল একেলগে,
দুয়ো অহা যোৱা কৰে।
নিজ আসনত বহি সজ গুৰু
সুৰ্বৰ বন্দেগী কৰে ॥
হকে হুৰে আহিল একেলগে
দুয়োৰে একেটি নাও।
খোদাৰ দৰ্‌গাহত ভৰষা কৰিছো
কেইদিনৰ দুনীয়াই পাওঁ।
আবে বিচ্‌মিল্লা, স্নুকয বিচ্‌মিল্লা
আৰু বিচ্‌মিল্লা তৰা।
আবৰে ভঁড়ালী, মেঘে বিচ্‌মিল্লা
নমায় আচমানৰ পৰা ॥
বিন্দুৰে কালতে, লৈলো মাটি-ভেটি,
ললে আৰ্জোল্লাই ভাৰ।



আল্লাৰ পাৰলৈ ভৰষা কৰিছো
কৰা বৰচকীৰে পাৰ ॥
ছয়কৈ মাহতে কাচিলা পাৰিলা,
সাতত হল এই চকু কাণ।
আঠকৈ মাহতে এইনো চাল চমৰা
দহত হ'ল দহে দুৱাৰ।
হায়াতে মৰতে আহিল একেলগে
লগাইছিল অমাতৰ মাত।
সকলো পৰিয়াল আহিল একেলগে
আহিল ন মাহত দাঁত ॥
হকে হুৰে আহিল একেলগে
দুয়োৰে একেটি নাও ॥
খোদাৰ হুকুমে ফিৰিস্তা নামিলে
চুবুৰিত পাতিলে গাওঁ।
ইঞ্জিলৰ কালতে হাঁহিতে খেলিতে
আছিলে মাৰৰ তন খাই।
গৰভত থাকোতে অনেক তুতি নতি
দুনী পাই মনতো নাই ॥
জবৰুতৰ কালতে মনে মত্ত হলে
মনেই হ'ল হস্তীৰ সমান।
আকলে গিয়ানে ধ্যান পৰ কিতি
তাহালৈ নকৰ কাণ ॥
তৌৰাতৰ কালতে গিয়ানক বিচাৰো
গিয়ানে নিদিলে লগ।
বয়স ভাটি দিব হায়াতো টুটিব
মাছলৈ চুপিব বগ ॥
ফোৰ্‌কানৰ কালতে কৰ আওকান
আখেৰি উম্মতক পাই।

বহে ভাটি দিব, হায়াতো টুটিব
তনৰো থিতাপি নাই ॥
পীড়ে বহাই দিলে সবাওটি সিজিলে,
ৰান্ধনী সুচন্দ পাগ।
মুৰ্চিদৰ পাততে আধা মুটুকিয়া
আৰে নচিবৰ ভাগ ॥
পীড়ৰে ঘৰলৈ আহনি যাহনি
ৰান্ধিলে সুচন্দ পাগ।
পীড়ৰে পাততে আধা মুটুকিয়া
যাৰে নচিবৰ ভাগ ॥
পীড়ৰ দিল এফেৰা ওস্তাদৰ চমৰা
মুৰ্চিদৰ কলিজাখন।
টকা চিন এহেৰা (?) কেও গিৰি নহলে
সেয়ে ৰবৰ আন ॥
ফুলামকৈ গাথিলে বান্দাই নিচিনে
যদিহে এই জিকিৰ কৰি।
ছেখ ফৰিদে এই জিকিৰ কৰিছে
আল্লালৈ ভৰষা কৰি।

ইমাম—নেতা, গুৰু। অজুদ—দেহা, শৰীৰ বা অস্তিত্ব। আ'ব—পানী। ইয়াত ৰক্ত বা শুক্ৰ অৰ্থত ব্যৱহাৰ কৰা হৈছে। মলকুতত—দেৱলোক। কলবুদ—শৰীৰ, কঙ্কাল। আ'বে হায়াত—মৃত সঞ্জীৱনী, জীৱনৰ আদ্য শক্তি। শুক্ৰ। আৰজোল্লা—আল্লাৰ ইচ্ছা ( will )। ছিকম—গৰ্ভ, পেট। মেহতৰ জিৱবিল—স্বৰ্গীয় ; দেৱদূত। হক হু—সত্য, আল্লা। দৰগাহ—থান, সমাধি। বিচ্মিল্লা—আল্লাৰ নামত ( আৰম্ভণ )। হায়াত-মৰতে—জন্ম আৰু মৃত্যু। ইঞ্জিল—অৱতীৰ্ণ গ্ৰন্থ বিশেষ—ইয়াত জীৱনৰ প্ৰথম ভাগ, জবৰুত—জবুৰ গ্ৰন্থ বিশেষ—কৈশোৰ আৰু যৌৱন কাল, তৌৰত—Torah, গ্ৰন্থ শেষ,



**ছেখ ফৰীদ—**

**ঘোষা—মনুৰাই, দূৰ কৰা মনৰে বঢ়াই।**

আ'ব, আতছ, খাক, বাদ
চাৰি চিজে দুনীয়াই।
চাৰিওটি চিজৰে ভৰালী মনাই হে ॥
চাৰি চিজৰ চাৰি মাণিক,
চাৰিৰ লগত যাব চলি,
চাৰিওৰো থিতাপ নাই ॥
মাণিক মাণিকৰ ঘৰ ;
আৰু খুটা মাণিকৰ
চালে কামি মাণিকৰে ৰুৱা ॥
মাৰৰ গৰ্ভত গৰ্ভে থিত ললে,
মৰি মৰি ওপৰে জোন।
আল্লাক প্ৰাৰ্থনা কৈ, বাপতে জনম পায়,
ভাল মায়ে গৰ্ভে দিলে থিত ॥
ছয়কৈ মাহতে মনাইক সাজিলে,
সাত মাহত হাত কাণ।
আঠ মাহত মনাইৰ হলে আঠ অঙ্গ,
ন'মাহত নখ-চুলি।
দহে মাহত হলে দহে দুৱাৰ
মাৰৰে গৰ্ভতে থাকি ॥
মাৰৰে গৰ্ভত থাকে দহে মাহে
আপোনাৰ চিকমক পূৰাই,

—জীৱনৰ তৃতীয় ভাগ। ফোৰ্কান—কোৰান, জীৱনৰ অন্তিম ভাগ। দিল—অন্তৰ, হৃদয়। ওস্তাদ—গুৰু। "টকা চিন……আন"—বাক্য শাৰীৰ অৰ্থ একো বুজা নাযায়।

দ্ৰষ্টব্য—কোনো কোনোৱে এই জিকিৰ আজান ফকিৰে ৰচা বুলি কয়।

সকলো শলাগৰ মূৰে, আহিল একেলগে,
হলেনো বৰছাতিৰ পাব ॥
খাকত পয়দা হলে, আ'বেবে ধুৱালে,
আতচেৰে সেকিলে গা।
লৰাকাল গ'ল উমলি জামলি
ডেকা কাল গ'ল হেলে,
যৌৱন কাল গ'ল ভাৰ্য্যাৰ সঙ্গতে,
ভকতি কৰা কোন কালে ॥
লোৱে পেটতে তীখা পয়দা হ'ল,
গাখীৰত পয়দা হ'ল ঘিউ।
চাৰিজনা পীড়লৈ চিজ্‌দা কৰিবা
আল্লালৈ মাগিবা জীউ।
লো'ক মামৰে বিন্ধিলে চাহাব ঐ
বিন্ধে তাম কাঁহত ঘৃণে।
মৰতৰ ধৰুৱাই ধৰি লৈ যাব,
লগহে যাব কোনে ॥

আ'ব, আতচ, খাক বাদ—পানী, জুই, মাটি বায়ু। চিজ—বস্তু। চিকম—পেট, গৰ্ভ। পয়দা—জন্ম।



ঘোষা—মনুৰাই, মনুৰাই, নাম ললে নেহেৰায়,
জুয়েও নোপোৰে; পানীতো নুডুবে,
চোৰেও নিনিয়ে পাই ॥

ছেখ ফৰিদ এ, খোদাইতে খাটনি
জলৰ নাম নাদে কুঁৱা।
চান্দে সূৰুযে উজনি এ ভাটি,
নিজ নাম গধূলি পুৱা ॥
চান্দো নিচিনো, সূৰুযো নিচিনো,
নিচিনো সৰগৰ তৰা।
আপোনাৰ শৰীলক আপুনি নিচিনো,
হৈ আছো জীৱন্তে মৰা ॥
পূবে ওলাই যায় পছিমলৈ,
সেই জনাক বুজিবা কি।
দেহাৰে উৰুমি মাৰিব নোৱাৰি
খাই আছো গৰলে বিহ ॥
জমীনৰ জীৱনে আচমানৰে পানী,
দুইৰে জীৱনে বন।
চাৰি মুঠি জীৱক বায়ু হৈ চলাইছে,
সেই জনাৰ ললো শৰণ ॥
শালৰে হাতীকে বান্ধে ভৰে কৰি
কলিমা নামৰে জৰি।
কোৰাণৰ ওপৰে লিখে বিচমিল্লা
আজৰু আমৰু কৰি ॥
তেওঁ চোভানাল্লা, তেওঁ কৰিমাল্লা,
নাম ললে বোন্দৰা জাতি।
বোন্দৰাত এক কৰি বিন্দুৰে বিচাৰে,
পুৱায় সম দুখৰ ৰাতি ॥

ইডালিৰ পৰা যায় সিডালিলৈ
গছৰ গুটি খোৱা বান্দৰ।
কব লাগিছে হকৰ মুৰছিদে
সবাতকৈ হৈ থাকা চাপৰ॥

মোৰ মনত আন ভাব নাই ঔ আল্লা
মোৰ মনত নাই আন ভাব।
হিন্দু কি মুছলমান এক আল্লাৰ ফৰমান
আখেৰত একে আল্লাৰ নাম॥
হিন্দুক জ্বলাব মোমিনক গাঢ়িব,
খাকৰ তন খাকত মিলাব,
ফৰিঙকে দেখি শালিকি পাগলে
চিতে তলে বলে কৰে।
নেজানো আল্লা মই নেজানো খোদা মই,
কোন দিনা মৰতে ধৰে॥
হকিকত, তৰিকত ছৰিয়ত মাৰুফত
অফলা তুলি দিবা খোৱা।
হকৰ মুৰ্চিদত ঠাই দেহাৰ ভৰষা নাই,
যদি আল্লা মোক কৰা দয়া॥
এই ঘৰ এৰি বান্দা আৰু ঘৰে যাবা,
সেই ঘৰত মনুৰাইৰ বাসা।
চৈয়দ মোৰতজাই কয় পৰেকি আপোন হয়;
কোনে দিব নচীবৰ বটা॥

ফৰমান—আদেশ, ইচ্ছাৰ অধীন। গাঢ়িব—পুতিব। খাকৰ তন্—মাটিৰ দেহা।



মৰ্ত্তোজাই ভাবে আল্লা
নিচিন্তে পৰিয়া ৰৈল ধান্দা।
আল্লা নিচিন্তে পৰিয়া ৰৈল॥
জোৰ বঙ্গলাৰ মাজে মনুৰাই
খাব জীবৰ আশে মনুৰাই
খাব জীবৰ আশে।
মনুৰাই চাৰি যাব ইঘৰ পৰিয়া ৰৈব
জীৱনত কত কৰা আশে॥
অ'ঘৰ আধিয়াৰা গগন গৰজে,
চান্দ জিকিমিকি কৰেহে, অ'ৰে চান্দ।
জিকিমিকি বিজুলী চমকি
মোৰ প্ৰাণ কঁপি আহে ডৰে হে।
অ'ৰহ (?)আমূৰ (?) কাচি পাৰি কৈৰা (?) বোলে,
আমালাৰ (?) আসিবো ভাল।
তাপীৰ তাপে হৈয়া দৰোছে (?) গৈল,
মন্দিৰ দিয়া গৈলা কাৰে।
অ'ৰহ কৈ ৰহ বোলে বৰহ কি বোল বুলিলি,
ডাউকী বুলিলি ৰৈয়া।
হনুমন্ত লক্ষণ সিৰা মুখ দৰ্পণ
ভোমোৰা উৰিল মধু খাইয়া॥
চৈয়দ মৰ্‌তোজাই কয়
ই তন তোমাৰ নহয়,
যাৰ তন সি লৈয়া যায়।
মধুবনে পৰি ভোমোৰা উৰি যায়
মিছাতে কৰে বাপ ভাই॥

পখী আহ, আহৰে পখী,
পিঞ্জিৰা খালি, পখী ক'ত আহে ৰে।
চৈধ্যখনি পাত দিয়া, পিঞ্জিৰা সাজ।
সোণাৰ বৰ্ণৰ পখীগুলি থাকে তাৰ মাজ।
জোৰ জোৰ মাৰি আছে, আতছৰ খিল।
কবুতৰ ক'ত থাকে পাখী তন্ লৈয়া দিল॥
দহোকোণে পখীৰ আয় ( ? ) খাই গৈল ঘূণে।
চুটিল সুন্দৰী পখী উৰিল গগনে॥
গগন মুখে আছিল পখী, আতছ মুখে যাও।
উৰিলে সুন্দৰ পখী, ঘূৰিয়ে নেচাও॥
সোণৰ বৰ্ণৰ পখী, ৰূপৰ বৰ্ণৰ ভৰা।
মাতিলো সুন্দৰ পখী, নেলাগিলে দয়া॥
গোলাম হুছেনে কয় পখী পিঞ্জিৰা ছাড়।
চুটিল সুন্দৰ পখী না আসিল আৰ॥

পিঞ্জিৰা—সজা। আতছ—জুই। খিল্—গজাল। কবুতৰ—পাৰ চৰাই।



অ' দীননাথ, দুখীৰ মৰম আমি কৈবো কাক ?
বদ্ধ হৈয়া নেপাইলো তিনি জগতে আসিয়া।
ৰহিল দুখ আমাৰ জগত জন্ম ভৰিয়া॥
বদ্ধ হৈয়া ৰলে মনাই
দুটি ভাই লৈ গ'ল পৰে।
ভোলা নিধি প্ৰীতি দোস্তি
ডুবাব খোজে মোৰে॥
দিনো হৈল দুৰন্তৰ,
আমান গৈল জলি,
শুইয়া জুৰিয়া আল্লা তোমাৰ ঠাকুৰাণী।
মনত নৰয় খুনিয়া, দিলত নৰয় দৰিয়া
তুমি মোৰে ডুবাব খুজিলা,
আছিলো মই বাসা জুৰি
অগিয়ান ভিক্ষুক।
আলসিয়া নিয়া মোৰে কৰিলা বিমুখ॥
শৰীল জলে দুখীৰ ( দুখে ) উদৰ জলে ভোকে।
কি বুলিম কাৰ স্থানে, এই ছাড় মুখে॥
বোলাইতে নেপাওঁ বোল আমি পিৰিতিৰ।
সৰ্ব্ব ঘটে বিৰাজ তই নিৰঞ্জন ঠাকুৰি॥
গোলাম হুছেন কাতৰ হৈ আছে মনে।
এই নিবেদন মোৰ ঠাকুৰিৰ চৰণে॥

মই কিয় আহিলো ভবে অজ্ঞান হইয়া,
ভবে অজ্ঞান হইয়া ৰে।
অতিথিৰ ঘৰে গৈলো ভাইৰে
বিতথি হইয়া।
আৰু ভাবিতে নপাইলো।
চিন্তিতে নপাইলো আল্লাৰ মায়াৰে।

আচ্মানতে ধান কলো তাকো মাৰিলে বাণে।
সমুদ্ৰত কলো কল ৰদত জ্বলিয়া মৰে॥
মাছ মাৰিব গলো ভাইৰে বিলত নাছিল পানী।
আৰ, হাট কৰিবলৈ গলো, নাছিল দোকানী॥
মাছ মাৰিব গলো ভাইৰে সাগৰত ঢউ।
বিলত নাইকিয়া মাছ, কুৱাঁত থাকিল বৌ।
পুখুৰীতে পানী নাই পাৰ ঘণে বুৰে।
গছৰ মধ্যে পাখী নাই জাকে জাকে উৰে।
হৰিদাস কুমাৰে গঢ়ে বিচিত্ৰ কৰিয়া।
নানান ৰূপে ভাঙে, নানান ৰূপে গঢ়ে
এই আল্লাৰ তামাচা॥

তামাচা—খেলা।



পথী ৰইয়া যাও হে।
আল্লাত মই ভৰষা নেপাওঁ।
মৌলাত মই ভৰষা নেপাওঁ॥
দেখিয়া সমুদ্ৰৰ ঢৌ সবাতে ডৰাওঁ।

উছিলা (?) গছতে পৰি পক্ষীহে তই
চাৰ নানান দেশ!
আল্লাহে তই ফুৰ চাৰি দেশ,
নিৰ্দয়, নিঠুৰ হৈ পথী যাৱ কোন দেশ॥
পথী ৰইয়া যাও হে।
মাৱৰ কান্দোন 'হা পুত', 'হা পুত'
বহিনীৰ কান্দোন চৰা॥
মহলৰ আওৰতে কান্দে
ছুনিয়াই আন্ধিয়াৰা॥
মাৱৰ কান্দোন, 'হা পুত' 'হা পুত',
বহিনীয়ে কান্দে ভাই!
মহলৰ আওৰতে কান্দে
স্বামী এৰি যায়॥
মাৱৰ কান্দোন 'হা পুত', 'হা পুত'
বহিনীৰ কান্দোন খুব।
বেঠাই গুৱালৰ এই কান্দোন
কাক যোগাব ছুধ॥
পথী ৰৈয়া যাও হে।

আওৰত—স্ত্ৰী, পৰিবাৰ।

আওৱাল কলিমা ছাৰা    ছুৱম কলিমা তাৰা,
চিয়ম কলিমা দিলৰ হাৰ।
চাহাৰম কলিমা জুৰি    আলমে উম্মতৰ গুৰি,
ৰব বিনে নহয় সংসাৰ॥
তৈয়ব কলিমা গুণ    তনৰ মাজে ইমান
জীন্দা, মোৰদা দুইকো কৰে পাক।
সমূদয় চাৰি কোলে    ফুল ফুটিয়া আছে
মুৰ্চিদ বিনা দেখা নেপায় তাক॥
আচ্মান ভাগি যাব    জমীন ভাগি যাব
ভাগিব তহ্তচ্ ছাৰা।
জনুব চেমাল ভাগিব    মগ্ৰীব মচ্ৰিক ভাগিব
ভাগিব চান্দ সূৰুয তৰা।
আবও ভাগিব    খাকো ভাগিব,
ভাগিব আতমা বাদ।
দৰখতে তুবাৰ পাত সৰি    সব নাম ভাগিব
ৰব আল্লাৰ নিজ নাম খানি॥

চিয়ম—তৃতীয়! চাহাৰম—চতুৰ্থ। উম্মত—শিষ্য। ৰব—প্ৰভু, আল্লা। তহ তচ চাৰা—অধো জগত, ধৰিত্ৰীৰ নিম্ন ভাগ। জনুব, চেমাল—দক্ষিণ, উত্তৰ। মগৰিব, মচৰিক—পশ্চিম আৰু পুব। বাদ—বায়ু। দৰখ্তে-তুবা—স্বৰ্গৰ বৃক্ষ বিশেষ।



মালিকৰ মৌলা নিৰলে বসিয়া ৰং চায়।
হৰিণী ৰূপ ধৰি বনে বিহাৰিলা
মৌলা, বাঘ ৰূপ ধৰি খায়॥
কাল ৰূপ ধৰি সংসাৰক বেঢ়িলা;
নিৰলে বসিয়া ৰং চায়॥
আচমান শোভা কৰে চান্দে সুৰুযে
মেঘ শোভা কৰে তৰা।
কাজল কোঠাৰ ভিতৰ প্ৰদীপ জলিয়া আছে
তাতে পৰি ৰৈল বান্দা॥
মৌলা নিৰলে বসিয়া ৰং চায়॥

মালিক—প্ৰভু। মৌলা—প্ৰভু, গৰাকী।

অ' গুৰুজী,
মলয়া চন্দনক এৰি,
আঁছো চোৰাতক বেঢ়ি,
নিতে নিতে কৰো প্ৰতিপাল।
চুলেও ঘা লাগে,
মৰিলে বেথা লাগে
তই হলি এই যমকাল॥
অ' গুৰুজী,
ধৰম ঠেকিল মায়াৰ জালে।
অ' গুৰুজী,
মৰণ হইল ই সংসাৰে॥
আবে আতছে, এই খাকে, এই বাদে,
চাৰিও চাৰিলৈ চায়।
চাৰিৰ ভিতৰত এটি নহলে
এই তন ভাগি চিগি যায়॥
কনুৰাৰ বাঁহতে মনাই বন্দী হলে,
গাখীৰত বন্দী হল ঘিউ।
ভাৰ্য্যাৰ লগতে পুৰুষ বন্দী হলে
ধৰত বন্দী হলে জীউ॥



কি লৈ যা কি লৈ যা মনুৰাই ঐ
জীউ চিনি লৈ যাবি।
গঙ্গা যমুনাই আল্লাৰ কলিমা
নামৰ নকৰে খটি॥
বান্দৰ ফকিৰে গায় হকিকতৰ গীত
কেৱে কতো নুশুনিলে তাৰ সঙ্গীত।
বান্দৰৰ জোলা, ফকিৰৰ জোলা
থাকে একে থানে।
মুৰচিদ ভেটিলে তৰণি নহব;
নীতিক নধৰে মানে।
বান্দৰৰ জোলা, ফকিৰৰ জোলা
দুয়োৰে একেটি নাও।
মাজ সাগৰত ঘোৰাৰ ঠকে ঠকি,
চৰত বুৰাব নাও॥
বান্দৰৰ জোলা, ফকিৰৰ জোলা
গছৰ ডালে ডালে ফুৰে।
মাকে বাপেকে, বিহিস্তে দোজখে
তাতে লুকালুকি কৰে॥
মাজ সাগৰত পছোৱা বলিলে
বৈঠাই এৰিলে থৰ।
দহো দুৱৰীয়ে দুৱাৰক এৰিলে
পৰীয়াই এৰিলে পৰ॥

জোলা—ঝুলা, মোনা।

**ঘোষা—হেলাতে মানবী গলে ভোলামন।**

ভয় পাই জীৱৰ পৰিলে মনত
নভজিলে এৰণ নাই।
পাঁচ নৈৰ পৰা আগ কিনি আনি
থলে বাৰী চুকত পেলাই॥
ভৰেকৈ ডুপৰত ঘিটিঙাই মাৰিলে
মেঘে দিয়ে গলে পানী।
হাতত কোৰে লৈয়ে হালোৱাৰ পিতেকে
গাঁতকো পেলালে খানি॥
চেলালে বাকলি ওলালে গজালি
আগকো পেলালে ঠনাই।
বদৰ বাৰে খৰত হালোৱাৰ পিতেকে
পেলালে মাটিকো কুৰি।
জেঠৰ বাৰে খৰত হালোৱাৰ পিতেকে
পেলালে হালকে জুৰি॥
হাতত কোৰে লৈয়ে মাটিকো ঠাহিলে
চপৰা কৰিলে ধূলি।
হাতত কোৰে লৈয়ে হালোৱাৰ পিতেকে
পেলালে খালকে কাটি।
জুৰি জুৰি কৰি খলক খানি গলে
আগ ৰুলে জুৰি পাতি।
জুৰি জুৰি কৰি আগ ৰুই গলে
পিৰিতে টিপনি মাৰি॥
সবাৰো আগতে উলিয়াই আনিলে
গোবৰধন গুৱালৰ পাচি।
শুকতি সাৰকে গুপুত কৰি দিয়ে
থলে মাটি চপাই ঢাকি॥



আহনো নেলাগে বহনো নেলাগে
সলায় মধুবনে পাত।
হাতে ধেনু ধৰি বুঢ়াই আহন মাৰি
ৰখে মধুকৰি বাৰী।
দিনত খায়ে গলে হলৌৰে বান্দৰে
ৰাতি খাই গলে হাতী।
তিঁনি তৰপীয়া জেওৰা জপনা
বেঢ়ে মধুকৰি বাৰি।
দিনো হৈ গলে বাঢ়ৈৰে পোৱালী
চাচনৰ কোবতে জানি।
চাচে হাতোৱা হাতুৰি বটালি
বাঢ়ৈৰে ঘৰতে থাকে॥
সূতক পাৰি পাৰি ফুলক কাটি গলে
কলিক কাটিলে ভাৱে।
সেকুৰা, সেতুৱা, মহলা, মজৰা
সবাকো আনিলে কাটি॥
কবলৈ ধৰিলে বাঢ়ৈৰে পোৱালি
নাহিবা এডালো এৰি।
হাতত এচাৰি লৈ হালোৱাৰ পিতেকে
মহকো আনিলে জুটি।
এটিৰ মূৰতে কাঁতৰি লগালে
ছুয়ো একেলগে ঘূৰে॥
যাৰে কপালত পৰে ডাঙৰি দাঙিব
সিও মেকুণত বহি।
যাৰে পালে পৰে চোবা ধৰিব
সিও মেকুণত বহি।
তিনি পেৰা দি পেৰিব ধৰিলে
পাচলৈ খলিহা পৰে॥

কুমাৰৰ ঘৰৰে চৰু কিনি আনি
পেলালে ৰহকো বাকি।
হলাহল নামেৰে অগনি জলালে
বহালে ৰসকে আনি।
হাতত জাকি লৈয়ে হালোৱাৰ পিতেকে
পেলালে গুৰকে কাঢ়ি।
কুমাৰৰ ঘৰৰে কলহ কিনি আনি
পেলালে গুৰকে ভৰাই।
কানত গুৰে লৈয়ে হজুৱা লৰিলে
যতে ছাঁ পালে ৰল।
যাৰে সমুখতে মধু নাইকিয়া
খুজি আনিবলৈ গ'ল॥
ভৰেকৈ বতৰত কিৰিষি নকৰ
খুজিলে কেনেকৈ পাৰ।
দিলে হাতে হাতে খালে মুখে মুখে
বুজা বান্দৰৰে ভাও॥



কিনো গীত গাইলি চান্দৰে বঢ়াই
কিনো গীত গাইলি চান্দ এ।
গতুৱা এন্দুৰৰ পাৰত পৰি
বোন্দা বিড়লাই কান্দে॥

বাঁহৰে আগতে ৰঙাকৈ চিলনি
তাই হঁতে কিনো খাই জীয়ে।
বেজীৰে মূৰতে ৰান্ধনে বাঢ়নে
উধানে কি কাপোৰ সীয়ে॥

আমৰ গছতে তামোল নাৰিকল,
কঠালৰ গছত বেল।
কবিৰাৰ চাৰি ভাই ৰজাৰ হাতীদাঁত
এন্দুৰৰ গাতত মেল॥

গায়ে গোহালি গিলিলে বঢ়াই
পঘাই গিলিলে গৰু।
হাতত তাৰু লৈ ৰান্ধনী পলাই গ'ল
খেদি লৈ গ'ল চৰু॥

বেঢ়াই গিলিলে বাৰীকে বঢ়াই ঐ
দুৱাৰে গিলিলে ঘৰ॥
হাতত জপা লৈ চোৰে খেদি নিলে
গিৰিহঁত মাৰিলে লৰ॥

মাথীৰ মূৰ কাটি জয়ঢোল সাজিলে
পিপৰা ছালেৰে চায়।
গুৰি পৰুৱাৰ ছালেৰে বৰতি টানিলে
হস্তীৰ ঠেঙেৰে বায়॥

চাউলে খুবলি গিলিলে বঢ়াই
তুঁহে উৰুৱালে কুলা।

হাতীৰ দাঁতকে চিকুটি চিঙিলে
কুঠাৰে কাটিলে মূলা ॥
সাগৰৰ মাজতে ঘোৰাৰ ঠকে ঠকি
নগৰত বুৰালে নাও।
চান্দ সা বঢ়ায়ে এই গীত ৰচিলে
বুজা ভকতিৰ ভাও ॥

অ' গুৰু মই বৰ অনাথ ভৈলো।
নেজানো ইটো দেহা পৰে কোন দিনে।
গুৰু মোক দয়া নাচাৰিবা এ।
মই বৰ পাতকী পাপী চৰণে ৰাখিবা এ ॥
বিষয় মায়াক লাগি জীৱ ভৈল বন্দী।
অ' মনুৱাই মই কিয় আহিলো ভবে ॥
ভাই এইনো নৰতনু ভাল
সুন্দৰ দেহাৰ খনেকো ভৰষা নাই।
কিনো গীত গাইলি চান্দৰে বঢ়াই।
আতমাৰ নাই পৰিচয় ॥

চান্দসা কবিৰা সম্পৰ্কীয় কিছু কথা দৈত্যাৰী ঠাকুৰৰ গুৰু-চৰিতত আছে। ব্যৱসায়ত এওঁ দৰ্জী আছিল বুলি জনা যায়।



**ঘোষা—চাৰি বেদে গিয়ানকে কয় ঔ আল্লা।**

চাৰি বেদ পঢ়িলো মই গিয়ানকে নেভাবিলো
জ্ঞানৰ নাই পৰিচয়।
ঘোৰা সজাই লৈ চাহেব মৰতোজা আলি
পহু চিকাৰলৈ যায় ॥

জঙ্গলৰ মাজত পীড়ক লগ পাই
বহুত খোছহাল হ'ল।
পীড়ে বোলে বাবা আমিতো জঙ্গলে যাওঁ
যি যাব আচলত ধৰি।
আচল মেলি পীড়ে কোলাত তুলি লৈ
হাঁহে খল খল কৰি ॥

আচ্ছা আচ্ছা বুলি মৰ্তোজা আলি
মোকাম পুৰলৈ চায়।
কোনো তল যাব কোনো ওপঙিব
কোনোবাই খাব পানী ॥
তোমাক বোলো হাবিলাছ পয়গম্বৰ
তোমাৰ নাম গম্ভীৰে নেপায় ॥

খোদাই পয়দাছ কৰে বুজৰুগ আলিমক
দোস্তক আনিবলৈ যোৱা।
আমাৰ দোস্তৰ এনুৱা বিলাই
থান থিত লগাই থোৱা ॥

আবদুল্লাৰ ঘৰত ৰছুল পয়দা হয়
দিলে মোহম্মদ নাম।

বিহিস্তৰ হুৰবী গৰীব হুচেন আলী
মক্কাতো খাদিম কৰে।
মদাৰ পীড়ক ওস্তাদ মানিলৈ
আল্লালৈ বন্দেগী কৰে॥

বিচ্‌মিল্লা বুলি কাঠত কোব মাৰিলো
টোকাৰি বনাব লাগে।
অচিনকৈ কাঠৰে পচিম কৈ টোকাৰি
তাৰ মাজত টোকাৰিৰ গুণা।
কোনে সাজি দিব কৈলাশৰ টোকাৰি
কোনে বাটি দিব গুণা।
লোকমান হেকিমে টোকাৰি সাজিলে,
আদমে বাটিলে গুণা।
ওজা হৈ মেলিলে বহৰী সেনকে
আকাশৰ কুকুৰা ধৰে।
আকাশৰ কুকুৰাই মৎস্যক ধৰি খালে
অমৃত সাগৰৰ মাজে॥

খোছহাল—আনন্দিত। হাবিলাছ পয়গম্বৰ কোন? এনেকুৱা কোনো পয়গম্বৰ নাই। এই শব্দটো অসমীয়া সাইলাখ শব্দই হব পাৰে। বজৰে আলিম কোন—বুজৰোগ আলিম হে হব। বুজৰোগ—শ্ৰেষ্ঠ।

এই হুচেন আলী মক্কাৰপৰা অসমত আহি বসবাস কৰা কোনো সাধক নেকি? এওঁ আজান চাহাবৰ সহযাত্ৰী আছিল নেকি?



অমিৰিত সাগৰত পদ্ম ফুল ফুটিছে
ভোমোৰাই চুহিছে ৰস।
কোবাই নেমাৰিবা কালিন্দী ভোমোৰা
ফুলৰো নলবা বধ॥
কালিন্দী ভোমোৰাই উৰাৰত কৰিলে
পালেগৈ ৰোমৰে ৰাজ।
ৰোমৰে ৰাজতে মাণিকৰ দোকান
মোলেদি বেহাওতা নাই।
বেপাৰী বনিয়াই মাণিকক চিনিব
মোলেদি বেহাই লব।
দোকানী চিনিবা পোহাৰী চিনিবা
চিনিবা আদৰৰ হাট।
যি জনা বনিয়াই মাণিকক চিনিব
সাৰিব হুনীৰো হাত।
পাণৰে পোহাৰী পাণকে বেচিলে
পাণেৰে মাৰিলে চাতি।
কিনোতাই কিনিলে বেচোতাই বেচিলে
কাৰো নপৰিল ঘাটি॥

## গুৰু চৰিত ( ১ )

ঘোষা—ৰহমৰ গিৰিহঁত তুমি আল্লা চাহাৱ ঐ
যদি কৰা দৰিয়াৰ পাৰ।

পাখী ডাবি মাৰিলে আজানৰ হুভায়ে
দৰঙৰ বতৰা পাই।
দৰঙৰ দেশতে মন্ত্ৰী নাইকিয়া
অকলে মন্ত্ৰী ৰূপাই॥
পাখী ডাবি মাৰিলে আজানৰ হুভায়ে
বামত সজাই দিলে নাও।
শ'ৰা গুৰিতে নাৱক ভৰা দিলে
বামত থাকিলে তেওঁ॥
শৰাগুৰি চাপৰি দিখৌ নৈৰ কাষৰি
আকাশক আছিলে চাই।
আজানৰ হুভায়ে যাত্ৰা কৰিছে
দৰঙৰ বতৰা পাই॥
শুকুলী পাৰৈ ঐ হুখন নাও সজাইলৈ
মেলে নাও দিখৌ নৈত খোৱা।
শিলৰ নাওখনি শিলৰ বঠা গছি
শিলক দি গলে ভৰা॥
যেতিয়া দিখৌ নৈত নাৱক ভৰা দিলে
দিখৌ নৈ তবধ খাই ৰয়।
চাহেব যেই ঢালে যাবলৈ ওলালে
আমাৰ ( বতাহ ) সেই ঢালে বয়॥
যায়নো ভাটি মাৰি আজানৰ হুভায়ে
দৰঙত পাতিলে থান।



দৰঙীৰ ভকতে আগুৰি ধৰিলে
আমি সজাই দিমে থান॥
দৰঙীৰ ভকতখন হলে কফুৰাণ
মুৰিদ যে কৰাওতা নাই।
দৰঙী খৰঙী হুগঞা ভকতক
চাহেবে ফুৰালে হাত।
সাত গৰু কাটিলে চিৰিণি পাতিলে
ৰায়তক দিলেগৈ মাত॥

কবলৈ ধৰিলে দৰঙীৰ ফতুলাই
ৰূপাইৰে মুখলৈ চাই।
সাত গৰু কাটিলি চিৰিণি পাতিলি
চাহেবক নেমাত কিয় ?
কবলৈ ধৰিলে ৰূপাই দাধৰাই
ফতুলাইৰ মুখলৈ চাই।
তই যদি ফটুলাই মাতিবলৈ কৈছ
হাতীকে সজায়ে দে।
হাতীত জানো উঠি গুৰুৰে হুৰোহী
চাহেবক মাতিলে গৈ।
আগেয়ে আছিলে চালপীড়াৰ ওপৰত
লৰ মাৰি ঘৰতে উঠে॥
কবলৈ ধৰিলে আজানৰ হুভায়ে
ৰূপাইৰে মুখলৈ চাই।

কফুৰাণ—কুফ্ৰাণ—ধৰ্মত স্খলিত হোৱা। মুৰিদ—শিষ্য।

তই ৰূপাই আহিলি হাতীতে যে উঠি
আমি যাম কিহতে উঠি।
তেও যদি ৰূপাই তই নিবলৈ আহিছ
তহতেই কান্ধত কৈ নে।
এই কথা শুনি গুৰুৱে ছুৰোহী
আচাৰ খাই ঘৰলৈ যায়।
আজানৰ ছুভাই জীয়াই থাকে মানে
কাকো মনামনি নাই।
শুকুৰ বাৰৰ দিনা ছুপৰ চাই ডঁড়ীয়া
ৰজাক গোচৰ দিলেগৈ।
দিনটিয়া ৰোজা ধৰে চাৰি ভাড় (বাৰ)
এনে মদ্গৰবী নাই।
আজান দেউ চাহেবে চিৰিণি কৰিলে
ছাগল দিয়ে গলে পাঠী।
জোৰা জোৰাকৈ সৰি পৰি গলে
যেনে তমালৰে গাঁঠি॥
আজান দেউ চাহেবে চিৰিণি কৰিলে
খাবলৈ নেপালো আমি।
সকলো সৰু বৰ ৰায়তক বিলালে
বিলালে ঘৰৰো কামি॥
আজান দেউ চাহেবে চিৰিণি কৰিলে
খাবলৈ নেপালো গুৱা।
সকলো সৰু বৰ ৰায়তক বিলালে
বিলালে ঘৰৰে ৰুৱা॥
আজান দেউ চাহেবে চিৰিণি কৰিলে
পোণেৰে যোগালে পাণ।
সকলো সৰু বৰ ৰায়তক বিলালে
বিলালে পথাৰৰ ধান॥



আজান দেউ চাহেবে চিৰিণি কৰিলে
খাবলৈ নেপালো লোন।
সকলো সৰু বৰ ৰায়তক বিলালে
বিলালে ঘৰৰো সোণ॥
লুইতৰ মুখৰে ৰুৱা কাঠি কামি
জেৰেঙ্গাৰ মুখৰে খেৰ।
কলিমাৰ নামতে সজায় মছিদ ঘৰ
আজান দেউ চাহেবৰ ঘৰ॥
কবলৈ ধৰিলে স্বৰ্গী মহাৰজাই
ৰূপাইৰে মুখলৈ চাই
ৰজাৰ নধৰিবি দায় তই ৰূপাই ঐ
গুৰুৰ নধৰিবি দায়।
পিতৃ-মাতৃৰ দায় নধৰিবি
ধৰিবি ভকতৰ দায়॥
দিনটোৰ ভিতৰত কয় তিনি বেলি
তেও ৰজাই নকৰে কাণ।
জখলাৰ তিনি খোপ উঠি সি ৰূপায়ে
ৰজাত গোচৰ দিলে গৈ।
ভঙুৰা আফুৱা ছুগুটি ফকিৰে
ভাঙে মোহম্মদী ছৰা।
কবলই ধৰিলে স্বৰ্গ মহাৰজাই
তহঁতেই যি লাগে কৰ।
জখলাৰ তিনিখাপ উঠি সি ৰূপায়ে
কেচাই খাওঁ কেচাই খাওঁ কৰে।
আহে দাপ ছুপ যায় দাপ-ছুপ
ৰূপাই দা ধৰাৰে ঠাট।
আজানৰ ছুভায়ে কোৰাণ পঢ়িছিলে
ৰূপায়ে ঘৰ বেঢ়া দিলে॥

বৰ ভাইৰ আগতে কয় সৰু ভায়ে
আমাতে জগৰ লাগিল।
ৰূপাই দা ধৰাই ৰজাত গোচৰ দিলে,
আমালৈ পিয়দা নামিল ॥

গাতে আঁৰি ললে আল্লাই দিয়া শিলিখা
বগলত আঁৰিলে ঝুলি।
গঞ্জা চুবুৰিয়াই চাই জুমি জুমি
আজানক ধৰিলে বুলি ॥
আঠিয়া কলাই ডিলকো মেলিলে
মেলে জাতি কলাই পাত।
আজানৰ দুভাইকে ধৰি লৈ গ'ল
জিবাবলৈ নিদিলে ছাঁত ॥
নগৰৰ ভিতৰত চূনপোৰা দুৱাৰত
চাহেবক কৰিলে বন্দী।
আজান দেউ চাহেবৰ নজৰ কাঢ়িবলৈ
ৰূপায়ে পাতিলে ফন্দী ॥
কবলৈ ধৰিলে ৰূপাই দা ধৰাই
ফতুলাইৰ মুখলৈ চাই
ৰজাত লাগনি দে তই ফতুলাই
ৰজাত লাগনি দে।
ৰজাৰ লাগনি ৰূপ চাৰি টকা
ৰজাক ভেটিলে গৈ ॥

মোহম্মদী ছৰা—ছৰিয়তৰ নীতি-নিয়ম।



একো শোধ নললে স্বৰ্গ-মহাৰজাই
নজৰ কাঢ়িবলৈ কলে।
এই কথা শুনি গুৰুৰে দুৰোহী
নজৰ কাঢ়িবলৈ যায়।
কবলৈ ধৰিলে আজানৰ দুভায়ে
ৰূপাইৰে মুখলৈ চাই।
আমাৰে নজৰক কাঢ় যদি ৰূপাই তই
দুটি এৱাঁ চৰু আন।
চাৰি কড়া কড়ি লৈ আনে এঁৱা চৰু
চাহেবৰ হাতলৈ দিলে।
দুহাতে দুটি লৈ আজান চাহেবে
খোদালৈ ফৰিয়াদ কৰে।
যেতিয়া খোদালৈ ফৰিয়াদ কৰিলে
নজৰ মোৰ সুলকি পৰে।
দুহাতে দুটি লৈ আজান চাহেবে
হাতত লৈ আছিলে চাই।
আমাৰে নজৰক খাকত নেপলাবা
মৰিব ৰায়ত লোক পুৰি।
আমাৰে নজৰক পেলাই থৈ আহিবি
পেলাবি দিখৌ নৈৰ গুৰি।
যেতিয়া নজৰক দিখৌ নৈত পেলালে
দিখৌ নৈ উভতি বয়
যেতিয়া নজৰক দিখৌ নৈত পেলালে
নগৰত চৰা নাও খেলায়।

শিলিখা—খিৰ্কা—ফকীৰৰ জীৰ্ণ বস্ত্ৰ। নজৰ—চকু। খাক—মাটি।

যেতিয়া নজৰক দিখৌ নৈত পেলালে
হোলোং ঘৰ কাটি হৈ যায়॥
হাতত তামোল দিওঁ খা তই বৰুৱা
মুঠিত কর্পূল দিও খা।
আমাৰে নগৰত কি ঘটন ঘটিছে
তাকে তই চাবলৈ যা॥
হাতীতে উঠি হাতীৰে বৰুৱা
নগৰক চাবলৈ যায়।
হাতীতে উঠি হাতীৰে বৰুৱা
নগৰৰ চাৰি চুক চায়॥
নগৰৰ চাৰি চুক ফুৰি সি বৰুৱাই
কতো নেদেখিলে বাম।
আজানৰ তুভায়ে কোৰাণ পঢ়িছিলে
সেই খিনিতে দেখিলে বাম॥
কবলৈ ধৰিলে হাতীৰে বৰুৱাই
চাহেবৰ মুখলৈ চাই।
মাগি খাইছিলি গৰীয়া ফকিৰ
ৰূপাইকনো কৰিলি কি।
মাগি খাইছিলে গৰীয়া ফকিৰ
ৰূপায়ে কঢ়ালে চকু।
তাৱৰে পাগুৰি ছিঙি হাতী বৰুৱাই
চাহেবৰ মচিলে লোত।
কি দোৱা দি যাম তোকে ঐ বৰুৱা
কি বৰ দি যাম তোক
পুৰুষে পুৰুষে বিষয় খাই যাবি
ভাঙোতা নহব তোক।



হাতীতে উঠি হাতীৰে বৰুৱাই
ৰজাত গোচৰ দিলেগৈ।
নগৰৰ চাৰি চুক ফুৰি মই বৰুৱাই
কতো নেদেখিলো বাম।
আজানৰ তুভায়ে কোৰাণ পঢ়ি আছে
সেই ঠাইত দেখিলো বাম॥
শৰাগুৰি চাপৰি দিখৌ নৈৰ কাষৰি
ৰজাই সজাই দিলে মঠ।
চকুৰি ভকতে লয় আল্লাৰ নাম
মাহুৰি বনৰে কঠ॥
চাউল চাৰি ভাৰ ভাৰীও চাৰিটা
বৰুৱাই লাগনি দিলে।
আহে দাপ তুপ যায় দাপ তুপ
ৰূপাই দা ধৰাৰ ঠাট।
নৌ-চাৰিদিন হওঁতে ৰূপাইৰ
মৰিল পানী খোৱা ঘাট॥
আউলি ৰূপাইৰ মাক বাউলি ৰূপাইৰ মাক
মাথাৰে মুকলি চুলি।
তামোলো এঠোকা পানো এটা
ৰূপাইত মাকে ভেটিলে গৈ।
লোতকে ভিজিলে কাকুতি কৰিলে
ৰূপাইৰ মাফ কৰিবলৈ॥
পাণো নকৰিবা হানি ৰূপাইৰ মাক
তামোল নকৰিবা হানি।
তোৰ বৰ পুতেৰে কাটে বৰ গছ
আগত ঢালিছ পানী॥
ৰূপো এচৰু সোণো এচৰু
ৰূপাইৰ মাকে ভেটিলে গৈ।

ৰূপত নাইকিয়া কাজ ৰূপাইৰ মাক
সোণত নাইকিয়া কাজ।
জেৰেঙা পথাৰত ৰূপাইক কাটিব
কুকুমাই নেপাব লাগ।
তিন দিনৰ মূৰত ৰূপাইক কাটিলে
কুকুমাই নেপালে উৱা।
কাউৰীয়ে নেখালে শগুনে নেখালে
গুৰুৰে দ্ৰুবোহী বুলি॥

## গুৰুচৰিত (২)

শ'ৰা গুৰিতে নাৰক ভৰা দিলে,
ৰায়তে থাকিলে চাই।
গুকুলী পাৰৈয়ে পাথী ডাব মাৰিলে
চাহেব কোন ঢালে যায়।
যায় ভাটি মাৰি আজানৰ ছুভায়ে
দৰঙত পাতিলে থান।
আবৰি ধৰিলে ছুগঞা ভকতে
চাহেব থাকি যোৱা বুলি।
দিনে কৈ ছুপৰত অচমে লৰিলে
কুকুৰাই নেপালে সন্ধি।
ছুনিয়াত লাগিল ছুৰ চাপিলো আল্লাৰ কোল
ছুনিয়াই কৰে তল বল॥
হিন্দু-মুছলমানৰ লড়াই লাগিলে
জামাতে আমিন ধৰে।



আওৱলত লেখিলে মানৱী জনম
গিয়ানত লেখিলে সাৰ।
কোনোৰ কপালত খোদায়ে লেখিলে
সজায় বৰে বৰে ঘৰ॥
কোনোৰ কপালত খোদায়ে লেখিলে
হাতীৰ কণ্ঠে বগায়।
কোনোৰ কপালত খোদায়ে লেখিলে
মাগিও ভাতে নেপায়॥
আমাৰে কপালত যি কলম মাৰিলে
বান্দীৰ মান যুগুতি নাই॥
যায় ভাটি মাৰি আজান আৰু নবী
দৰঙীৰ থানতে ৰল।
দৰঙীৰ মোমিনে চালাম যোগালে
মছজিদো সজায়ে দিলে॥
মছজিদতে আছিলে ছুৰখাই ভাগিলে
ভাগিলে মছজিদৰ ঘৰ।
দৰঙীৰে পৰা চাহেবে নবীয়ে
নাৱেৰে ভটিয়াই গ'ল।
হাজোৰে মোকামত তিনিজনা পীড়ক দেখি
নবীয়ে নাও চপাই ৰ'ল॥
বাঘ মাৰি ফকিৰে বাতৰি জনালে
ৰজালৈ দি গ'ল লেজু।
হাজোৰে মোকামত থাকোতে পীড় আল্লা
ৰজালৈ দি গলে খেজু।
হাজোৰে মোকামত থাকোতে পীড় আল্লা
ঢাপ তুলি ৰুই গ'ল কল।
কোন বেইমানে এনে কাম কৰিলে
কঠিয়াৰ মাৰিলে কণ॥

ডেকাৰ হাতত ধৰি চাহেব আৰু নবী
পীড়ৰ জেগালৈ গ'ল।
পীড়ৰ জেগাতে চেৰাগ জলালে
জেগা মোৰ ৰৌছনাই হল॥
পীড়নো তিনি জনা ফকিৰ আৰু দুজনা
খিজিৰ খাঁ দানৱৰ নাতি।
হাজাৰ নো হাজাৰে মুৰ্চ্ছিদ সকলে
তেও নুপুৱালে ৰাতি॥
পীড়নো তিনি জনা ফকিৰ আৰু দুজনা
ওপৰে চান্দোৱা তৰে।
নবীৰ বৰ বেটাক খিলাফত দিওঁতে
জামাতে আমিন ধৰে॥
নবীৰ বৰ বেটাক জামাতৰ চাহেবে
পীড়ৰ বুলি গল ভাই।
নবীৰ বৰ বেটাক খিলাফত দিওঁতে
বেটা মেখ্ৰাজ ( মেৰাজ ) পায়।
বেটা মেখ্ৰাজ পীড়ৰ নিচানি
বখছিলে আল্লাই
ডেকাৰ হাতত ধৰি চাহেব আৰু নবী
আল্লাৰ বিহিস্তলৈ(?) যায়॥

নবী চাহেবৰ বংশধৰ সকল হাজোত এতিয়াও আছে।



## গুৰু চৰিত ( ৩-ক )

শৰাগুৰি চাপৰি দিখৌ নৈৰ কাষৰি
ৰজাই সজাই দিলে মঠ।
চকুৰি ফকিৰে লয় আল্লাৰ নাম
মাছুৰি বনৰে কঠ॥
চাহেব যায় আগত ভকত যায় পাচত
সোণাৰী ( সোণাই ? ) পাৰত ঘৰ।
তিন দিনৰ আগতে মুৰ্‌গে চেতালে
দিলতো পাইলে খবৰ॥
মাঘমহীয়া শনিবাৰৰ দিনা
ৰাতি চাৰি ডাঁড় যায়।
পুত্ৰ পৰিয়ালত দিলে সমিধান
চাহেব নিজ ঘৰে যায়॥
কান্দিব ধৰিছে দুজনা আইয়ে
চাহেবৰ দুপাৰত ধৰি।
ক'লৈ গুচি যোৱা শিৰৰে চাহেব ঐ
আমাকে বিধৱা কৰি॥
দুজনা ডেকাই কান্দিব ধৰিলে
চাহেবৰ দুকাষে বহি।
কলৈ গুচি যোৱা শিৰৰে চাহেব ঐ
দলনিতে পোনা মেলি॥
মাকে কোটাহি(?) ঘিলা বাটি ললে
আৰু চন্দনৰে ফোট।
গা'কো ধুৱালে চোৰঁৰো ধুলালে
চালেহি জামাতী লোক॥

ভাটিৰ পৰা আহিল বৰ ডেকা
চাহেবৰ কাষতে বহিল।
ফুলাম বৰ কাপোৰ গাতে মেলি দিলে
কালতকৈ জেউতি চৰিল॥
উজায়ে আহিল আজানৰে বেটা
চাহেবক বিলাপ কৰি।
ছুনিয়াত আছিলে আজানৰে বেটা
নিলে আজৰাইলে ধৰি॥
মছজিদত তুলি লৈ বয়ত লগালে
সকলো জামাতে গায়।
আজৰাইলে জিবৰাইলে চাহেবক লৈ যায়
লগতো সাৰথি নাই॥
চাহেবো হৰালে ভকতে জানিলে
মাথাৰো গুচালে পাগ॥
কলৈ গুচি যোৱা শিৰৰে চাহেব ঐ
কপালত নাইকিয়া ভাগ॥
হাতৰে শুৱনী বেবাবৰ টোকাৰী
মুখৰে শুৱনী দাঁত।
সমাজৰ শুৱনী শিৰৰে চাহেব ঐ
লগাইছিল অমাতৰ মাত॥
ৰাতি জিলিকিল সৰগৰে তৰা
দিনত জিলিকিল বেলি।
ছুনীয়াত জিলিকিল আজানৰে বেটা
আজৰাইলে লৈ গ'ল তুলি।
চাহেবো হৰালে ভকতে জানিলে
ৰাইজৰ হাল খটি হ'ল।
কলৈ গুচি যোৱা শিৰৰে চাহেব ঐ
নিচিন্তা পুৰলৈ গ'ল॥



ভটিয়াই আহিলে মুনিয়া দাৱনে
ঘিলাধাৰী চাহেবৰ ( চাবৰ ? ) মনে।
কলীয়াবৰৰে ৰজাৰ খাৰ ঘৰ
চাহেবে এই বিলাপ কৰে॥

## **গুৰু চৰিত ( ৩-খ )**—পাঠান্তৰ

চাহেব যায় আগত ভকত যায় পাচত
সোণাই নৈৰ পাৰতে ঘৰ।
ছমাহৰ আগতে শিৰৰ চাহেবে
তনতো পালে খবৰ॥
শনিবাৰৰ বেলিয়া ছুপৰ চাই উঁড়িয়া
চাহেব নৰীয়া পৰে।
জাঁজীত আছিলে বৰ জন ডেকা
তেওঁলৈ বতৰা দিলে॥
জাঁজীৰ পৰা আহি বৰ জনা ডেকা
চাহেবৰ কাষতে বহে।
সুধিব ধৰিলে বৰ জন ডেকাই
চাহেবৰ মুখলৈ চাই
"তুমি যে ওলালা নিজৰে দেশলৈ
আমাক কৰি গ'লা কি ?"
শুকুৰ বাৰৰ বেলিয়া ছুপৰ চাই উঁড়িয়া
চাহেব ঢুকাল বুলি ওলাল।

মুৰ্‌গ—মৰগ, মৃত্যু। চেতালে—আগজাননী দিলে, সাৱধান কৰি দিলে। আজৰাইল—যমদূত। বয়ত—শ্লোক। বেবাব—বেহালা বিশেষ।

চাহেব ঢুকালে জামাতে জানিলে
বাইজৰ হাল খটি হল ॥
গোন্ধে গাথিয়নে ঘিলা বাটি লৈ
চাহেবৰ ধূৱালে গা।
ফুলাম বৰে কাপোৰ গাতে মেলি দিলে
চাহেব মোৰ বিহিস্তে গ'ল।
ৰাইজে ভকতে গুৰু মোছাফিৰে
মচিদৰ কাষতে থলে ॥
হাজোৰে মোকামত উৰুমি লাগিছে
চিগিল কামায়নৰ জৰি।
হিন্দুৱে বিলালে মাহে পৰসাদে
মুছলমানে বিলালে ৰুটি।

## হজৰত মুছা আৰু ফিৰাউনৰ কাহিনী

**ঘোষা—মনুৰাই, দুৰ কৰা মনৰে বঢ়াই।**

কবতুল্লাৰ পৰা আল্লাই পাচিলে
মুছা তই ছুনীলৈ যা।
ছুনীয়াত যে আছে ফিৰাউন বাদছা
মুছলমান কৰা গৈ যা ॥
ছুনীয়াত যে আছে ফিৰাউন বাদছা
কলিমা পঢ়াব লাগে।



ছুনিয়াত যে আছে ফিৰাউন বাদছা
ঈমান অনাব লাগে ॥
কি খবৰ কৰিছ মূছা তই পয়গম্বৰ
মই খবৰ কওঁ জান।
লয় লস্কৰ লৈ ঠাটে কটকে
ফিৰাউনে ধৰিলে ৰণ।
কি খবৰ কৰিছ মূছা তই পয়গম্বৰ
মই খবৰ কওঁ জান।
ৰোজ নীল দৰিয়া ওভোতাই বোৱাইছে
ফিৰাউন তই গৰহে ( গৰকে ) যাবি।
ৰোজ নীল দৰিয়া ওভোটাই বোৱালে
ফিৰাউন গৰহে গ'ল।
আচাৰ সাকো পাৰি মূছা পাৰ হলে
ফিৰাউন গৰহে গ'ল ॥
ফিৰাউন হাৰিলে মূছা জিকিলে
বঢ়াইৰ ভাগিল ভিকাচন।
মূছা মূছা বুলি মাতে তিনি বেলি
তেও মূছাই নলগায় মাত ॥
এনে বেদৰদী মূছা পয়গম্বৰ
এনে বেদৰদী নাই।
মূছা ৰাখ বুলি মাতে তিনি বেলি
তেওঁ মূছাই ফিৰি নেচাই ॥
খোদাৰ অসহনি মূছা পয়গম্বৰ
এনে বেদৰদী নাই।
আল্লা ৰাখ বুলি কলে হেতেন যদি
ৰাখিলো হেতেন মই।
ফৰিওকে দেখি শালিকি পাগলে
চিতে তলে বলে কৰে।

নেজানো আল্লা মই নেজানো ৰছুল মই
কোন দিনা মৰতে ধৰে ॥
লোৱাগৈ আল্লাৰ নাম হোৱাগৈ সাৱধান
বেজীৰ জলা যেন বাট।
মহঙ্গি গঙ্গাতে গুটিয়া সাকোতে
পাৰ হব লাগিব তাত ॥

## বল্‌খী ৰজাৰ কাহিনী

**ঘোষা—অ' ৰহিম আল্লা, অ' চোভান আল্লা।**

ওলাল ফকিৰ হৈ বলখৰ বাদছা
মুৰছিদৰ বাতৰি পাই।
ৰাজ্যত নাইকিয়া কাজ চোভান আল্লা
ফকিৰ হৈ ওলালে বাজ ॥
সদৌ ধনকড়ি দখিণা কৰিলে,
সদৌ ম'হ গৰু হেদাঙ্গি মেলিলে,
শালতে এৰিলে তাজী তুৰুকী
ডালতে এৰিলে বাজ।
সজাতে এৰিলে টুনি চোভান আল্লা
নওলাত এৰিলে দঁতাল মণিকৰা
ফকিৰ হৈ ওলালে বাজ ॥

আচা—লাখুটি, হজৰত মুছাৰ ( Moses ) লাখুটি বৰ মাহাত্ম্যপূৰ্ণ আছিল বুলি কোৱা হয়।



নকুৰি কাপোৰৰ ভুগুলি বটালে
তীখাৰ বাৰে বুৰি বেজী;
ন' পোন মাদৈক মহলত এৰিলে
ফকীৰ হৈ ওলালে বাজ ॥
ন' পোন মাদৈয়ে কান্দিব ধৰিলে
তনেৰে হেচিলে গা।
ন' পোন মাদৈয়ে বুজাব ধৰিলে
কেশেৰে মচিলে পা ॥
ন' পোন মাদৈয়ে বুজাব ধৰিলে
ৰাজ্যত নাইকিয়া কাজ।
সাতোটা পুতেকক খোদালৈ এৰিলে
জোৰাইক বখ্‌ছিলে ৰাজ ॥
মুকলি চাপৰিত বলখী বহিলে
পিয়াহত ডিঙি শুকায়।
তাৰে পৰা গৈনো বলখী বাদশা
টেঙাৰে বাৰী সোমায় ॥
তোকে বুলি যাওঁ টেঙাৰ বাৰীচোৰা
টেঙা এটি দেচোন খাওঁ।
কৰ পৰা আহিছ লেতেৰা ফকিৰ
গাৰ গোন্ধত মাখি ভেন্‌ভেনাই ॥
তোকো যে কাটিব মোকো যে কাটিব
বলখী বাদছাৰ বাৰী।
টেঙা খাই চাকৰে বাকলি পেলালে
বাদছাই ললে গৈ তুলি।
বাদছাই বাকলি চুটহিবৰ দেখি
চাকৰে কিলায় ধৰি।
তহঁতে কি কিলাবি ঐ বাৰী চোৰা
খোদায়ে কিলালে মোক ॥

বাকলিৰ লগতে ইমান লটিঘটি
টেঙ্গা খোৰা হলে আছিল।
তাৰ পৰা গৈ বলখীৰ বাদছাহ
হাবিৰে মাজতে বহিল॥
অজু কৰিবলৈ পানী নাইকিয়া
হৈনো গল ফটিকাৰ ধাৰ।
লুঠা ( ? ) ছুগুলি পাৰি নামাজ পঢ়িলে
বৈনো গ'ল ফটিকৰ ধাৰ॥
তাৰ পৰা গৈ বলখীৰ বাদছাই
হেঙ্গাল ফকিৰক পায়।
খোদাৰ দৰগাহত ফৰিয়াদ কৰিলে
আচ্‌মানৰ কটি নমায়।
বলখীলৈ আহিলে সোণৰে মাইহাং
ফকিৰলৈ আহিল কাঠৰে কঠুৰা
ফকিৰে নেখায় খানা॥
খোদাৰ হুকুমে ফিৰিস্তা পঠালে
কোনে কি এৰিলে সোধে।
সুধিব ধৰিলে হেঙ্গাল ফকিৰক
তইনো কি এৰিলি ক।
ভগা কাচি ( ? ) এখন ভগা লাও এটা
তাকেহে এৰিলো মই।
সুধিব খৰিলে বলখী বাদছাক
তইনো কি এৰিলি ক।
সদৌ ধনে কড়ি দখিণা কৰিলো
সদৌ মহে গৰু হেদাঙ্গি মেলিলো
শালতে এৰিলো তাজী তুৰকী
ডালতে এৰিলো বাজ।



নঙলাত এৰিলো দঁতাল মণিকৰা
ফকিৰ হৈ ওলালো বাজ॥
ন পোণ মাদৈক মহলত এৰিলো
সাতোটি পো'ক মই খোদালৈ তেজিলো
সজাতে এৰিলো টুনি শোভানাল্লা
ৰাজ্যত নাইকিয়া কাজ।
ভৰিৰে যাওঁতে ভৰিও ভাগিলে
হাতেৰে বগুৰা বালে।
আঠুৰে যাওঁতে আঠুও ভাগিলে
মূৰেৰে বগুৰা বালে॥
তাৰ পিচত দেখিলে বলখীৰ বাদছাই
তিনটিৰ ডিঙ্গিতে তিনদালি শিকলি
বলখীৰ বাদছাই সুধিব ধৰিলে
এই ডালি শিকলি কাৰ।
এই পিনে আহিব বলখীৰ বাদছা
এই ডালি শিকলি তাৰ।
তাৰ পৰা গৈ বলখীৰ বাদছা
শৰীল তিয়াগ কৰে চোভান আল্লা।

তাজী তুৰুকী—ঘোৰা। বাজ—শেন পাখী।

দ্ৰষ্টব্য—বলখৰ বজাই ৰাজ্য এৰি ফকিৰ হৈ যোৱা এই কাহিনীটোৱে সম্পূৰ্ণ অসমীয়া পৰিবেশ গ্ৰহণ কৰিছে। গায়কসকলৰ মাজত ই বৰ প্ৰিয়।

## হজৰত আদমৰ কাহিনী

বলা সখী, কবতুল্লালৈ যাওঁ।
হজৰত ৰছুলৰ আগে চালাম জোগাওঁ॥
আল্লাৰ নূৰে পয়দা কৰে মহম্মদ ৰছুল।
সেই নূৰে পয়দা কৰে তামাম মকবুল॥
আদমক পয়দা কৰে, মাটিৰ কলবুদ সাজি।
ৰোজা নামাজ পয়দা কৰি বান্দাক দিলে আৰি॥
তন্ চঞ্চল, মন চঞ্চল, আৰু চঞ্চল ভাই।
একে ঘৰৰ তিনি চঞ্চল, ৰাখোতা খোদাই।
বিহিস্তলৈ যোৱা আদম, বিহিস্তলৈ যোৱা।
গন্দুম মেৱা খালে আদম দুনীয়ালৈ যাবা॥
আল্লাৰ হুকুম ৰদ কৰি গন্দুম মেৱা খালে।
লাঙ্গা কৰি আদমক দুনীয়াত পেলালে॥
দুনীয়াত পৰি আদম কান্দিব ধৰিলে।
ৰাতি পুৱা আদম উঠি নামাজ পঢ়িলে॥

কবতুল্লা—কাবা, মক্কা, আল্লাৰ নিজ ঠাই। নূৰ—জ্যোতি। মকবুল—গৃহীত বা অনুগৃহীত সৃষ্টি। কলবুদ—পিঞ্জৰ, কঙ্কাল বা দেহা। গন্দুম—স্বৰ্গৰ নিষিদ্ধ ফল ( The forbidden fruit )। ৰদ—প্ৰত্যাখ্যান, অমান্য। লাঙ্গা—উলঙ্গ।



## জীন্দা পীড় আৰু চন্দ্ৰাবিবিৰ কাহিনী

**ঘোষা—হাতে ললে কাপে কলম কৰিব জিকিৰ।**
**দৰিয়াৰ মাজে পয়দা হ'ল বাবা জীন্দা পীৰ॥**

নেজানিলো নুশুনিলো ৰাখিছিলো গৰু।
ধৰি আনি বিবাহ দিলে আছয় ( ? ) মাহৰ সৰু॥
ধন লুভী মাও বাপ, জন লুভী ভাই।
ধৰি আনি বিবাহ দিলে লাৰিকা জোৱাঁই॥
চন্দ্ৰা বিবিৰ বিয়াৰ দিনা ৰাইজে খালে লাৰু।
চন্দ্ৰা বিবিৰ হাতত দিলে সোণোৱালী খাৰু॥
চন্দ্ৰা বিবিৰ বিয়াৰ দিনা ৰাইজে খালে আখৈ।
চন্দ্ৰা বিবিৰ মূৰত দিলে সোণোৱালী কাকৈ॥
চন্দ্ৰা বিবিৰ বিয়াৰ দিনা ৰাইজে খালে ভোজ।
বাটে বাটে পৰি গলে চন্দ্ৰা বিবিৰ খোজ॥
বিয়া কৰি চন্দ্ৰা বিবিক নিলে নিজ ঘৰ।
ছমহীয়া ছৱাল কান্দে বিবিৰে মহল॥
বিবি আগত, পীড় পাচত, আগত মচজিদ জোৰে।
ঘৰ পাই খোৱাজ পীড়ে চৱালৰ ৰূপ ধৰে॥
ইয়ে সোধে সিয়ে সোধে চন্দ্ৰাৰ কোলাত পুত।
লাজ পায় চন্দ্ৰা বিবি কাটে সৰু সূত॥
বোপাইৰ আগে বাৰ্ত্তা কৰা, কিনি দিয়ক গাই।
দুধো নেপাই ভাতো নেখায়, তেওঁৰে জোৱাঁই॥
আইৰ আগে বাৰ্ত্তা কৰা বৈয়ে দিয়ক মাৰ।
জাৰকে পাই নিদ্ৰা নেযায় তেওঁৰে জোৱাই দাৰ ( ? )
ককাইৰ আগে বাৰ্ত্তা কৰা কিনি দিয়ক পোলা ( ? )
পোলা নেপাই চাউল নেখায় তেওঁৰে বৈনাই লৰা।
বৌৰ আগে বাৰ্ত্তা কৰা কিনি দিয়ক কল।
কলো নেপায়, ভাতো নেখায় কান্দি ভাঙ্গে গল॥

একদিনা পতি চন্দ্ৰা বিবি হাটক লাগি যায়।
লক্ষ টকাৰ লাৰু কিনি স্বামীকে খুৱায়॥
ইও সোধে, সিও সোধে, বিবি হয় কোন তোৰ ?
নাকৰ বস্তি, কপালৰ সেন্দুৰ, শিৰৰ চাহেব মোৰ॥
বজৰীয়া লোকে সোধে কোলাত দেখো পুত।
লাজ পাই চন্দ্ৰা বিবি কাটে সৰু সূত॥
হেন শুনি চন্দ্ৰা বিবি বহুত পালে লাজ।
হেন কালে চন্দ্ৰা বিবি নোলায় ঘৰৰ বাজ॥
এক দিন ৰাতি চন্দ্ৰা বিবি দৰিয়াক লাগি যায়।
বাউসীত ধৰি পাক মাৰি দৰিয়াত পেলায়॥
এখুজি তুখুজি কৰি দৰিয়ালৈ যায়।
হাত ভৰি বান্ধি পীড়ক দৰিয়াত পেলায়॥
দৰিয়াতে পৰি পীড়ে বোলে ভাল ভাল।
সাৰিলো সাৰিলো চাহেব তিৰীৰে জঞ্জাল॥
দৰিয়াতে পৰি পীড়ে মাৰিলে আসন।
মাছ মগৰ, শিহু ঘৰিয়াল ধৰিলে যোগান।
আসন নেযায় তল পীড়ৰ, যুগ্নি নেযায় তল।
জানিলো জানিলো চাহেব খোৱাজ পীড়ৰ বল॥
এক মোচৰ যায় পীড়ে, দুই মোচৰ যায়।
তিনি মোচৰ গৈ পীড়ে ফিৰিয়া নেচায়॥
বৈ যোৰা জীন্দা পীড় কৈ যোৰা কথা।
যোৰা যোৰা চন্দ্ৰা বিবি নলগাবা বেঠা॥
নেকান্দিবা সুন্দৰী বিবি, নুধুনিবা হিয়া।
তোমাৰ আমাৰ দিদাৰ হব ৰোজ কিয়ামতৰ দিনা॥



ঘোষা—বৈ যোৰা জীন্দা পীড়, কৈ যোৰা কথা।

হাতে ললে কাঞ্চে কোল (?) কমৰে জিঞ্জিৰ।
দৰিয়াৰ মাজে পয়দা হ'ল বাবা জীন্দা পীড়॥
হাতে ললে কাঞ্চে কোড়া, হয় দৰিয়াৰ পাৰ।
বাবাৰ মোকামৰ আছে মনাই খাদিমদাৰ॥
দৰিয়াতে আছিল পীড় শাক ভাত খাই।
মাজ সাগৰৰ মাজে মছজিদ বনাই॥
চাটি গাৱৰ পৰা (?) পীড়ে হজক লাগি যায়।
মাজ এক পথাৰতে বামুনক ( চৰালক ? ) লগ পায়॥
তোকে বোলো বামুনৰ বেটা আওৱল কলিমা পঢ়।
হাৰা ৰুটি হাজিৰ আছে তাকে কবুল কৰ॥
তোকে বোলো ভাইৰে ভাই, সাউদ সদাগৰ।
মোকে দিয়া পাৰ কৰি ভো নদী সাগৰ॥
সেই বুলি বুলিয়া পীড় জঙ্গলকে যায়।
জঙ্গলৰে বাঘ-ভালুক দেখিয়া পলায়॥
নপলাবি বাঘ-ভালুক নকৰিবি ভয়।
জুৰি দে জঙ্গলৰ মাজে মোকাম থাপো মই॥
জুৰি দিলে জঙ্গলখিনি, থাপিলে মোকাম।
জঙ্গলৰ বাঘ-ভালুকে ধৰিলে যোগান॥
সেই বুলি বুলি পীড়ে হজুৰক ( হজক ? ) যায়।
দৰিয়াৰ কিনাৰত সাউদক লগ পায়॥
তোকে বোলো সাউদৰ বেটা ডিঙাৰ সদাগৰ।
মোক দিয়া পাৰ কৰি ভৰা নদীৰ সাগৰ॥
হেমালি মানিকৰে নাও আছে ভৰা।
তোমাক কেনে পাৰ কৰো বলিয়া দেৱানা॥
মোক হেনে পাৰ কৰিদে যেনে আৰু তেনে।
লগৰ কুত্তাক পাৰ কৰিদে লাখ ডিঙাৰ ওপৰে॥

শুনা শুনা সাউদসকল ফকিৰৰ কথা।
হাতে দেখো খাচা বাৰি, গলে ফটা কঠা॥
মগনীয়া ফকিৰৰ কথা দেখো বৰ।
ছুগুলিৰ গোন্ধত মৰে মাছ আৰু মগৰ॥
মগনীয়া ফকিৰৰ কথা দেখো বৰ।
চাৰি কড়া কড়ি নাই ঝুলিৰ ভিতৰ॥
তোমাক যেনে পাৰ কৰিম বলে আৰু চলে।
কুত্তা কেনে পাৰ কৰিম ডিঙাৰ ওপৰে॥
অজু তজু কৰি পীড়ে মচুলাত দিলে পাও।
বাৰ কুৰি তেৰ নৌকা সাগৰে ডুবাও॥
যাওৰে যাও, সাউদৰ বেটা আমাক ভাৰিয়া।
আমাকে তই পাৰ নকৰি কেমনে সৰাবি গা॥
খাই লৈ উঠি পীড়ে মচুলাত দিলে পাৰ।
হুকুম মতে পয়দা হল বাইশ কোটি নাও॥
অজু তজু কৰি পীড়ে মচুলাত দিলে ভৰি।
বাৰ কুৰি ফকিৰ নামিল হাতে আচা ধৰি॥
অজু তজু কৰি পীড়ে মচুলাত দিলে পাও।
বাৰ কুৰি তেৰ নৌকা শুকান সাগৰে উটাও॥
বাইছ কোটি নাও মানে তেইশ কোটি ঘাগল (?)
আসনত বহি চলে জীন্দা পীড় পাগল॥
বামুনৰ চোট বেটাক শিকালে কলিমা।
গলে পাৰে আঁৰি দিলে ছুগুলি চমৰা॥
এই বেলি সাউদে টিমক কৰিলে।
ৰঙা বকৃৰি কিনি আনি পীড়ক মানিলে॥
কোনোৱে মানে ছাগল কোনোৱে মানে গাই।
হালোৱান বকৃৰিৰ লেখ জোখ নাই॥
আৰু এক নৌকা দেখো চুটিয়ে চাপৰ।
আমাৰ নৌকা দেখো দীঘলে ডাঙৰ॥



ফকিৰৰ লাঠি ডালি গুৱাল ফুলৰ সাৰ।
ওপৰে চন্দোৱা তৰি পীড়ক কৰে পাৰ॥
ৰঙা বকৃৰিৰ চিৰিণি খাই সাউদক দিলে বৰ।
ধনে ধানে গোৰে পোৰে চন্দ্ৰাক বিয়া কৰ॥
সেইকথা শুনি সাউদ চিৰিণি মানিলে।
বাৰ কুৰি তেৰ নৌকা উলিয়াই দিলে॥

বকৃৰি—ছাগলী। হালোৱান—হালোৱা, মিঠা আহাৰীয়া বিশেষ।

# জাৰী

## খোদেজা বিবিৰ গৰ্ভধাৰণ

তিনি পৰ গৈছিলে, এপৰ আছিলে, হায় ৰে হায়।
সেইখিনি সময়ত সপোন দেখিলে॥
বিবি আই খোদেজা উঠিয়ে বহিলে।
কি সপোন দেখিলো ময়ে অ' আল্লা॥
সপোনৰ বাতৰি কমে কাৰে আগে।
কোৰাণীৰ আগে কলো হেতেন যদি।
ইয়াৰো ফাতিহা দিব নোৱাৰো।
মোল্লাৰ আগে কলোহেতেন যদি
ইয়াৰো ফাতিহা দিব নোৱাৰো।
আপোনাৰ বাবাজীক নজনাও মানে॥
ইয়াৰো ফাতিহা দিব নোৱাৰো।
মোল্লাৰ আগে কলোহেতেন যদি।
ইয়াৰো ফাতিহা দিব নোৱাৰো॥
জালিকটা বেৰতে টোকৰ মাৰিলে।
কোন কহৰত যোৱাই এনে কথা কৰে।
সেই খিনি পৰতে বিবি মাত লগালে।
মইহে মাৰিলো বুলিহে ববাজী॥
তিনি পৰ গৈছিলে এপৰ আছিলে
সেইখিনি পৰতে সপোন দেখিলো॥
সপোনৰ বাতৰি কমে কাৰে আগে।
আপোনাৰ বাবাজীক কব নেপাওঁ মানে॥
কোৰাণীৰ আগে কলো হেতেন যদি।
ইয়াৰো ফাতিহা দিব নোৱাৰো।



মোল্লাৰ আগে কলো হেতেন যদি।
ইয়াৰো ফাতিহা দিব নোৱাৰো।
পাহলোৱানীৰ আগে কলো হেতেন যদি
ইয়াৰো ফাতিহা দিব নোৱাৰো।
চান্দে সুৰুযে মেৰু ছুৰুহিলে (?)
আচ্‌মানৰ ছুই তৰা নামি আহিলে।
নামি ছুই তৰা মাথাতে ৰহিলে
মাথাৰ পৰা নামি ডিঙিতে ৰহিলে॥
ডিঙিৰ পৰা নামি বুকতে ৰহিলে
বুকৰ পৰা নামি চিকম্ ভৰিলে॥ হায়ৰে হায়॥

কোৰাণী—কোৰাণ পঢ়া লোক। ফাতিহা—মৃতকৰ প্ৰতি প্ৰাৰ্থনা কৰা।
কহৰ—অভিশাপ। চিকম—পেট, গৰ্ভ।

## যিবি ফাতিমাৰ জন্ম আৰু নামাকৰণ

**ঘোষা—আল্লাৰ নামে নবীৰ নাম**
**লোৱাহে মোমিন**
**লোৱা নাম ৰছুলৰ আল্লা ( ও ) আল্লা ॥**

হজৰতৰ ঘৰে বিবি পয়দা হল।
মোল্লাক জনাবলৈ যোৱা।
সোণৰ বটা ভৰি লং-চুফাৰি
ৰূপৰ বটা ভৰি পাণ,
তোমাকে বোলো মোল্লাৰে আখুন
তই খা মোৰ বটাৰ পাণ।
হজৰতৰ ঘৰে বিবি পয়দা হ'ল
কোৰাণ মেলি নাম চোৱা।
সেইকথা শুনি মোল্লাৰে আখুন
অজু কৰিবলৈ গলে।
তচ্‌বিহ পঢ়ি মোল্লাৰে আখুন
কোৰাণ হাতে কৰি ললে ॥
কোৰাণৰ মাজে চাই ভাল পালে
জান বিবি ফাতিমা নাম।
মাকৰ নাম বিবি খোদেজা
জীয়েকৰ ফাতিমা নাম ॥
কোৰাণৰ মাজে নিয়ত পালে
আলিহে বিবিৰ দামাদ
ঔ আল্লা আল্লা।

পয়দা—জন্ম। আখুন—ভাই। তচবিহ—নাম জপা। দামাদ—জোঁৱাই ( অৰ্থাৎ বিবি খোদেজাৰ জোঁৱায়েক )।



**ঘোষা—ছাহেবে আলি মৰ্‌তোজা।**
**ফাতিমা জগতৰ আই হে॥**

ৰছুল গৈছিলে খোদাৰ দৰগাহে
পাচতে পয়দাইছ হয়।
কলহৰ পানী কমে চাৰি আঙ্গুল
কাৰ ঘৰৰ জোৱানা জী ॥
কবলৈ ধৰিলে আই বিবি ফাতিমাই
হজৰতৰ মুখলৈ চাই।
তোমাৰে মহলত ওলাইছে সোমাইছে
তোমাৰে ফৰজন্দ জী।
হজৰতৰ ঘৰৰ জোৱান মইনা
থাকে শাকে-ৰুটি খায়।
হজৰতৰ ঘৰৰ জোৱান মইনা
ৰাখিবৰ যুগুতি নাই ॥
কবলৈ ধৰিলে হজৰত ৰছুলে
খোদেজাৰ মুখলৈ চাই।
কাইলৈ পুৱা যাকে দেখা পাম
তাকেই বখ্‌ছিম জী ॥
লালি লালি কৰি বতাহ বলিছিলে
পৰিলগৈ আলিৰ কাণত।
ফজৰৰ ৰক্ততে হজৰত ৰছুলে
অজু কৰিবলৈ যায়।
ফজৰৰ ৰক্ততে অজু কৰোতে
নঙলাত দেখিলে বাঘ।
কবলৈ ধৰিলে হজৰত ৰছুলে
আলিৰে মুখলৈ চাই ॥

মোৰে মন বুজি আহ তই আলি বাঘ
নঙলাত চেৰেলি পাই॥
কান্দিব ধৰিলে খোদেজা বিবিয়ে
হজৰতৰ মুখলৈ চাই।
আৰব চহৰতে জোঁৱাই নেপালা
পালাগৈ বাঘে জোঁৱাই।
মাকতকৈ জীয়েক বুজৰুগ
মেলি ফালে কোৰাণ চায়।
কবলৈ ধৰিলে আই বিবি ফাতিমাই
মাকৰ মুখলৈ চাই।
দিয়ক আই দিয়ক বাঘকে বখছি
ববাৰ কুল ভাৰস্তে যায়।
কান্দিব ধৰিলে খোদেজা বিবিয়ে
ফাতিমাৰ মুখলৈ চাই।
বাঘৰ বোৰোকাই পিঠিত পেলাই লৈ
জঙ্গল পাই পেলাব খাই॥
কবলৈ ধৰিলে খোদেজা বিবিয়ে
আলিবে মুখলৈ চাই।
ক'তে ঘৰ তোৰ ক'তে বাৰী তোৰ
কাৰে আওলাদ নাতি।
কবলৈ ধৰিলে হজৰত আলিয়ে
খোদেজাৰ মুখলৈ চাই।
জঙ্গলেই ঘৰ মোৰ জঙ্গলেই বাৰী
জঙ্গলেই আওলা তাতী
এই খিনিৰ পৰা নিম পিঠিত পেলাই
জঙ্গল পাই পেলামে খাই।
কবলৈ ধৰিলে বিবি ফাতিমাই
মাকৰ মুখলৈ চাই



কাপোৰৰ আগতে সৰিয়হ বান্ধি
তাকে মই চটিয়াই যাম।
বাঘৰ বোৰোকাই পিঠিতে পেলাই
জঙ্গলে জঙ্গলে যাই।
যাওঁতে ফাতিমাই সৰিয়হ মুঠি
চটিয়াই চটিয়াই যায়॥
সৰিয়হ গজিলে হলে হুপতীয়া
মাকলৈ যোগালে চালাম।
ঘৰনো কি চাবা বাৰীনো কি চাবা
কি চাবা আওলা তাতী॥

ৱক্ত—সময়। বাঘ—হজৰত আলিক 'ছেৰে খোদা' বা 'খোদাৰ বাঘ' বোলা হয়—শক্তি-বীৰ্য্যৰ কাৰণে। ইয়াত 'বাঘে' হজৰত আলিকে বুজাইছে। বুজৰুগ—বয়স্থ, জ্ঞানী। ফাল কোৰাণ—( কোৰাণৰ দ্বাৰা ঠিকনা চোৱা বা মঙ্গল চোৱা ) কোৰাণ আদি পুথি পাঁজি। ফালনামা। বখ্‌ছি—দান কৰি।

দ্ৰষ্টব্য—আলি আৰু ফাতিমাৰ বিয়াৰ সমগ্ৰ পৰিবেশটো অসমীয়া হৈ পৰিছে।

## হায়দৰ গাজীৰ গীত

হায় হায়ৰে আলি দখিণকে যায়।
দখিণকে যায় আলি গৃহবাস কৰায়॥
ভাত-কাপোৰ অন্ন বস্ত্র দিব পাৰা তুমি।
এটা নহয় চাইটা কৰা বাধা নিদিও আমি॥
চহিছে শুনিয়া ঘোৰা কৰিল তৈয়াৰ।
জিনো বান্ধি দিলা ঐ ঘোৰাৰ ওপৰ॥
বিচমিল্লা বুলিয়া আলি ঘোৰাত উঠিলা।
চাবুকৰ তিনি চাটি ঘোৰাক মাৰিলা॥
চাবুকৰ তিনি চাটি ঘোৰাই আছিল খাই।
আকাশে পাতালে ঘোৰা হাৰা কৰি যায়॥
গিৰ্‌গিৰ্‌ শবদে আলি ভূমিত পৰিলা।
কোনবা বীৰ আহিল বুলি বিবিয়ে জানিলা॥
কোন চহৰে থাকা তুমি, কোন চহৰে ঘৰ।
বুকৰ ওপৰে দেখো কামান (নিচান?) তিলকৰ॥
মদিনাতে থাকো মই মোৰ নাম আলি।
বিয়া কৰাবা আহিছো মই তুমি কইনাক পালি॥
এইনো কথা শুনি বিবি বোলে হায় হায়।
অতদিনে আছো আমি তোমালৈ বাট চাই॥
মই হাৰিলে আলি হম তোমাৰ বান্দী।
তুমি হাৰিলে হব লাগ্‌ব আমাৰ লামকাৰ (?) নৌকৰ॥
এইনো কথা শুনি বিবি যুঞ্জিবে লাগিলা।
শাল-তাল, বৃক্ষ-মূল উঘালি পৰিলা॥



বিমানতে ঘূৰে বিবি মাৰি দিলে পাক।
বিমানতে ঘূৰে আলি কুমাৰৰে চাক॥
বিমানতে ঘূৰে আলি কৰে হায় হায়।
তিৰীৰ হাতত লজ্জা দিলি নচীব খোদাই॥
আয়তে কোৰাণ পঢ়ি আলি আকউ গলা।
পাঁচ ৰক্ত নামাজ আলি সেই ঠাই পঢ়িলা॥
পাচ ৰক্ত নামাজ আলি সেই ঠাই পঢ়িলা।
আলিৰ নামাজ আল্লাই কবুল কৰিলা॥
সেই বেলা আল্লাই জানো জিব্রীল পাচিলা।
আলিৰ কাষক লাগি জিব্রীল চলিলা॥
বিমানতে ধৰি বিবিক মাৰি দিলে টান।
বিমানতে কয় বিবি মোকে ৰাখ ৰাখ॥
বিমানতে ঘূৰে বিবি, বোলে ৰাখ ৰাখ।
তুমি হৈবা টিকৰ স্বামী, আমি হ'ম দাস॥
ধৰি বোলে আলি চাহেব, বিয়াৰ তামোল খাওঁ।
বিয়াক (পাতি) তুমি জানো সিধা পাতি দেও॥
কছাৰীক দিলা কুচিয়া, বঙ্গালক গাই।
মৰীয়াক দিলা হাঁহ মুৰ্গী মোটোকাই খায়॥
পাকে চক্রে এটা ৰল মুছলমান।
মাটি মাহে মুৰ্গী চৰায়ে তাৰে সিধা টান॥
ধৰ বোলো আলি চাহেব, লৈয়া তামোল খাওঁ।
পিতাৰ দিনৰ ধেনু আছে ভাঙ্গিয়া দেখাও॥
বিচ্‌মিল্লা বুলি আলি ধেনুত দিলে বল।
পৃথিবী হইতে (সৈতে?) ধেনু কৰে তল বল॥
বিচমিল্লা বুলি আলি ধেনুত দিলে মুঠি।
পৃথিবী হইতে ধেনু তেনেই আহে উঠি॥
আয়তে কোৰাণ আলি এবাৰ পঢ়ি চালা।
পাঁচ ৰক্ত নামাজ আলি সেই ঠাইতে পঢ়িলা॥

পাচ ৰক্ত নামাজ আলি সেই ঠাইতে পঢ়িলা।
আলিৰ নামাজ আল্লা কবুল কৰিলা॥
সেই বেলা আলি চাহেব ধেনুত দিলা হাত।
ছুৰাৰ গ'ল মেলা যেন হাতীৰ ভাগিল দাঁত॥

## হায়দৰ গাজীৰ গীত

খায়া দায়া হায়দৰ গাজী
মুখত দিলা হুকা।
ৰজাৰ ঘৰৰ পৰণা আইছি
মনে লাগিল ঢোকা॥
অ'ৰে কি হইল নাগৰ হায়দৰ গাজী॥
অ'ৰে মাও, নামত তোক
লক্ষ চালাম কৰো।
ৰজাৰ ঘৰৰ পৰণা আইছি
বৰ ভাইক যাবা বোলো॥
আৰ মাও নামে আল্লাৰ
ছুই চৰণে ধৰো।
ৰজাৰ ঘৰৰ পৰণা আইছি
বৰ ভাইক যাবা বোলো॥

লামকাৰ (?)—নফৰ—দাস।

দ্রষ্টব্য—ইয়াতো আৰবৰ আখ্যান বৰ্ণাওঁতে সমকালীন অসমীয়া সামাজিক পৰিবেশ সোমাই পৰিছে। কছাবিক দিলা……ইত্যাদি।



যি বোল বুলিলি হায়দৰ গাজী
নুশুনিলো কাণে, নধৰিলে মনে।
ৰজাৰ ঘৰৰ পৰণা আইছি
বৰ ভাই যাব কেনে?
মায়েকৰ মুখত শুনিলা হায়দৰ গাজী
নিঠুৰ বচন।
হিয়াই ভুকু দিয়া গাজী
কৰিলা ক্রন্দন॥
খায়া দায়া হায়দৰ গাজী
মুখত দিলা চূণ।
ৰজাৰ ঘৰৰ পৰণা আইছি
কাণ পাতি শুন॥
আৰ বাপ বোলো তোক
লক্ষ চালাম কৰো।
ৰজাৰ ঘৰৰ পৰণা আইছি
বৰ ভাই যাবা বোলো॥
যি বোল বুলিলি গাজী
নুশুনিলে কানে।
ৰজাৰ ঘৰৰ পৰণা আইছি
বৰ ভাই যাব কেনে।
বাপেকৰ মুখত শুনিলা গাজী
নিঠুৰ বচন।
হিয়াই ভুকু দিয়া গাজী
জুৰিলা ক্রন্দন॥
খায়া দায়া হায়দৰ গাজী
মুখত দিলে গুৱা।
ৰজাৰ ঘৰৰ পৰণা আইছি
যাব লাগিব পুৱা॥

হায়ৰে হায়,
কাচিম ৰণে যায়।

ধ্লাত—বাগৰি পাৰে কাইনিলিৰ ( কান্দিলিৰে ) মাও
কাচিম কাচিম বুলি ডাকেনো হুছেনে।
কি কৰা কাছিম বেটা আহা এই ঠাই॥
ইনো কথা শুনি কাচিম মাৱৰ কাষে যায়॥
ঢাল দিয়া তৰোৱাল দিয়া ৰণক লাগি যাও।
এজিদ কাফিৰৰ সঙ্গে ৰণ কৰি চাওঁ॥
ঢাল-তৰোৱাল আছে বাচা কুফাৰ চহৰে।
কৰ পৰা ঢাল গুৰ্জ্জ আনি দিম তোৰে॥
নেজা বন্দুক আছে মাও কুফাৰ চহৰে।
ঢাল-তৰোৱাল আছে মাও মন্দিৰ (?) ভিতৰে।
জননী মাও তুমি ভাড়িলা কেমনে।
নেজা দিয়া, বন্দুক দিয়া, যাও মই ৰণে॥
ঢাল দিয়া তৰোৱাল দিয়া ৰণক লাগি যাও।
এজিদ কুফৰৰ সতে ৰণ কৰি চাওঁ॥

গুৰ্জ্জ—বৰ্শা, যুদ্ধাস্ত্ৰবিশেষ। নেজা—যুদ্ধাস্ত্ৰবিশেষ।



## হায়দৰ গাজীৰ গীত

কান্দিলি মাও, ইটো জোৰাই,
ৰহিতে নাপাইলি ঘৰে।
কান্দে যে বিবি জোৰ দোলা চাই,
কি দিলা মোৰ চৈয়দ ৰণে ভুলাই।
কান্দে যে বিবি, জোলফোক্কাৰ চাই
কি দিলা মোৰ চৈয়দ ৰণে ভুলাই।
কান্দে যে বিবি নেজা গুৰ্জ্জ চাই,
কি দিলা মোৰ চৈয়দ ৰণে ভুলাই।

ঘোষা—অ' মেৰে, অ' দেৰে চৈয়দক মাৰি আন।

কপালৰ সেন্দুৰ তাৰ বিবিক মাৰি আন।
কাণৰে কুণ্ডল তাৰ বিবিক মাৰি আন॥
গলৰে হেমহাৰ তাৰ বিবিক মাৰি আন।
হাতৰে আঙঠি তাৰ বিবিক মাৰি আন॥
ককালৰ ঘূজ্যূৰ তাৰ বিবিক মাৰি আন।
ভৰিৰে নূপুৰ তাৰ বিবিক মাৰি আন॥

অ' মেৰে হায়ৰে মেৰে চৈয়দ জাদী।
কাণৰে কুণ্ডল পিন্ধে বিবি ৰসৰস।
তেওঁৰে স্বামী আধা বলিয়া (?) কুজা দেৰাই (?)
নাকৰে নহুন পিন্ধে বিবি ৰসৰস (?)

বৰ বৰ ঘোৰাৰ বৰ বৰ পেট
যুজত কৰে মাথা হেট।
আমি যাব কুল হিন্দুস্থান
কুজা দি বৈবা গাঁৱে
চৈয়দ ৰণ জিতি যায়॥

চখিনা বিবি কান্দে হায়,
আল্লা কি জালিম হইল।
বিয়া কৰাই স্বামী আমাৰ
ৰণকে চলিল॥
শিৰৰে চেহেৰা আমাৰ
শিৰতে ৰহিল।
ভিন দেশে যায় স্বামী
পৰাণ হৰাইল॥
চ'তৰে মাহতে হায়
পকিয়া সৰিল বেল।
হেন সময়ত টিকৰ স্বামী
ৰণক লাগি গেল॥
আৰু জেঠৰ মাহত যেন
সাগৰ উতলে।

জোল্‌ফোক্কাৰ—হজৰৎ আলীৰ বিখ্যাত তৰোৱাল। চৈয়দ জাদী—চৈয়দৰ পুত্ৰী।



হেন সময়ত টিকৰ স্বামী
ৰণক লাগি গৈলে॥
হায় মোৰ আল্লা চাহেব আল্লা
অত দুখ দিলে নিৰঞ্জন।
কাচিম কাচিম বুলি
ডাকেনো হুচেন আলি,
চাচা জান চলিল চাড়িয়া।
কাচিম হাচিম দেখি
মুখে মন্দ মন্দ হাসি
ভতিজাক কৰে নমস্কাৰ।
দেখিয়া ভাইৰ সুখ
মন্দ মন্দ হাঁহে মুখে
ফাতিমা বিবি গৈল চলিয়া।
কত্‌বানু জহৰ দিলে মোৰে
কিছু দোষ নধৰিবি তাৰে।
আমি দুয়ো ভাই আছিলো
কুড়ি মাছৰ হালি।
আল্লাই মাৰিয়া নিলা
বুকু কৰিলা খালি॥

চাচাজান—দদাই।

## এজিদৰ লগত হজৰত হুচেনৰ যুদ্ধৰ প্ৰাথমিক প্ৰস্তুতি—

যোৰা—হায় হায় নচিবে।
যি কৰে খোদাইৰে॥

চহৰবানু বিবিকে বাঁৰী নকৰো মানে
নেখাওঁ ভাতে পানী—যি কৰে খোদাইৰে।
সেই বুলি এজিদে এইনো চোথন্ খালে
ওলাই যাওঁ মহিমে—যি কৰে খোদাইৰে॥
সেই বুলি এজিদে কমৰত বান্ধিলে
ঢালে-তৰোৱালে—যি কৰে খোদাইৰে।
হাতে জোলফোক্কাৰ লৈ ময়দানে চলিয়া যায়
ছুল ছুলত চাৱাব হৈ যি কৰে খোদাইৰে।
ওলাই এজিদে এইনো হাক মাৰিলে,
মদিনা চহৰত আৰু কোন আছে॥
এজিদে মাৰিলে হাক চৈয়দে শুনিলে
ভাল নহয় চৈয়দে ইয়াতে থাকিলে।
চহৰবানু বিবিয়ে বুজাব ধৰিলে
তোমাৰ বৰ ভাইক এজিদে মাৰিলে॥
এজিদে মকৰ কৰি জহৰ যে ঢালিলে
তুমি কি কৰিবা অকলে অকলে।
সেই বেলা চৈয়দে বছুলৰ ওচৰে যায়
খোচাৰ (?) মেলিয়া চাই, লহুৰ নিচানা পায়
হায় হায় নচিবে
যি কৰে খোদাইৰে॥

চোথন—চৌগন্দ, শপত। মহিম—যুদ্ধ। ময়দান—মুকলি ঠাই, যুদ্ধক্ষেত্ৰ। ছুল্‌ছুল—কাৰবালাৰ ৰণত হজৰত হুছেনে ব্যৱহাৰ কৰা ঘোৰা। কাৰবালাৰ কাহিনীৰ লগত ছুল্‌ছুলৰ নাম সদায় জড়িত হৈ আহিছে। মকৰ—মক্কৰ ষড়যন্ত্ৰ কুট বুদ্ধি। জহৰ—বিষ। লহু—তেজ।



## হজৰত হুছেনৰ যুদ্ধলৈ যোৱাৰ প্ৰস্তুতি

মোৰ ববা মোস্তফা চাহেব চালামে
এই বেলি হুছেনক ৰাখ ঔ আল্লা।
বান্দীৰ বাছা এজিদ কুফৰে
খায় মোৰ ববাৰে ৰাজ॥
বান্দীৰ বাছা এজিদ কুফৰে
মোৰ লগত মাগে লেড়াই।
ছমহীয়া ছাঁদ মোৰ হুছেন,
নেজানে মহিমৰ ভাও॥
তওঁবাহ খালো মই, তহকিক্ খালো,
মোক নেবাধিবা মাও।
ববাজীৰ দিনৰে তেগে তৰোৱাল,
তাকে লৈ লেড়াইলৈ যাম॥
ববাজীৰ দিনৰে ছুল ছুল ঘোৰা
তাকে লৈ ৰণলৈ যাম।
মাওৰে বচন, নললে হুছেন,
নললে বিবিৰ বচন॥
গোচল কৰোতে কোৱাই ৰতিলে,
নেযাবা কুফাৰ চহৰ।
অজু কৰোতে লোটা ফুটিলে,
নেযাবা কুফাৰ চহৰ॥
নামাজ পঢ়োতে পাটি ছিগিলে
মোৰ ববাই নেযাবা ৰণ।
খানা খাওঁতে বেঢ়াও খহিলে
নেযাবা মোৰ ববাই ৰণ॥
মাৱৰো বচন নললা হুছেন,
নললে বিবিৰ বচন॥

ঘোৰা শালতে মোৰ ঘোৰা কালু
লগালে নিজ মুখে মাত।
ববাৰে লগতে যি ঘোৰা যাবি
খাবি লাখে টকাৰ ভাগ॥
বৰ বৰ ঘোৰাই মাতকে লগাই
কালুৰে মুখলৈ চাই।
ববাৰে লগতে নোৱাৰো যাব
নেখাও লাখে টকাৰ ভাগ॥
লেৰেলা চেপেটা নেগুৰ খিচ্‌লগা
সেই ঘোৰাই লগালে মাত।
ধুৱাই পখলাই লব পাৰিলে
মই তোৰ পূৰাই দিম দাদ।
ধুৱাই পখলাই লেজেৰা ঘোৰা
যেনে পূৰ্ণিমাৰে চাঁদ।
পালৰ ঘাঁহ এমুঠি খোজোতে কালু
মাৰিছিল চাবুকৰ চাত॥
বাপেৰ মৰাৰ পৰা বিচাৰ নললি
আলীয়ে মেলাইছিল মোক।
চাৰিটি ভৰিতে চাৰিটি গজাল,
আল্লাই মাৰি থৈছে মোক॥
বিচ্‌মিল্লা বুলি ঘোৰাত উঠিলে
মাৰিলে চাবুকৰ চাত।
আস্মানেই গলনে পাতালেই গল,
পৰিলগৈ দোচেকৰ তাত॥
জালিম কুফৰে আবৰি ধৰিলে
উম্মতৰ ইমাম চাহেবক॥
সাদিন সাত্‌ ৰাতি কাফিৰক কাটে
কাফিৰৰ নপৰিল ওৰ॥



তোকে বুলি যাওঁ তুল তুল ভাই,
পিয়াহত কণ্ঠ শুকাল।
ববাজীৰ দিনৰে আছে পাট-নাদ
তালৈকে তুল্‌ তুল্‌ যায়।
পাৰৰ পৰা নামিল কুঁৱালৈ
মকৰাই চাটিলে জালে।
মকৰাই চাটে, বাঁহ পাতে ঢাকে
কোকলোঙাই দেখুৱাই দিয়ে॥
সেই কোকলোঙা যিটে নেমাৰে
পুত্ৰ বধ কৰিব পায়।
সেই কোকলোঙা যিটে নবধে
পিতৃ বধ কৰিব পায় ঐ আল্লা॥

তওবাহ খালো, তহকিক্‌ খালো—প্ৰতিজ্ঞা কৰিলো। দাদ—প্ৰতিশোধ।

## কাৰবালাৰ ৰণ

ঘোষা—চেঁনেহৰ চৈয়দ, যুজৰ ছহীদ
হায়ৰে হায়।

হাচেন হুছেন দুভাই,
কান্দিছে বিনাই,
আৰছত লাগিল গোলমাল।
হাচেনে পিন্ধিব
পাগবৰ জামা;
হুচেনে পিন্ধিব লাল॥
বেৰ কাটি হুচেন
বাজলৈ ওলাল
বুকত আমৈ পাৰা লৈ।
বান্দীৰ বেটা
এজিদ কুফৰে
সিও খায় মোৰ ববাৰ ৰাজ॥
ক'ব ধৰিলে
হুচেন চাহেবে
মাকৰ মুখলৈ চাই
বান্দীৰ বেটা
বেদীন কাফিৰে
সিও মোক মাগে লেড়াই।
ভাত ৰান্ধি দিয়া
খাও মই আই
পানী আনি দিয়া খাওঁ।
কুফাৰে লেড়াই
ছমহীয়া চান্দ
নাপাওঁ মহিমৰে ভাও।



অজু কৰোতে
মাকে বাধিলে
নেযাবা কুফাৰ চহৰ।
তওৱাহ খালো মই
তহকিক খালো
মোক নেবাধিবা মাও॥
জামা পিন্ধোতে
মাকে বাধিলে
নেযাবা কুফাৰ চহৰ
আমৈ চিপিৰা মই
হাততে ললো
মোক নেবাধিবা মাও॥
কুফাৰ চহৰত
ওফা নাইকিয়া
ওফা বৰ হাৰাম খোৰ (?)
কুফাৰ চহৰত
ওফা নাইকিয়া
বৰশিল বগৰাই মাৰে।
কব ধৰিলে
হুছেন চাহেবে
মোক নেবাধিবা মাও॥
মাৱৰে বচন
নললা হুছেন
নললা বিবিৰ বচন
বিচ্‌মিল্লাহ বুলি
দুলদুলত উঠি
মাকলৈ চালাম যোগায়॥

বিচ্‌মিল্লাহ বুলি
তুল্‌ তুলত উঠি
লগালে চাবুকৰ চাট।

আকাশেই গলনে
পাতালেই গ'ল
গলেগৈ সাদিনৰ বাট॥

ঘোৰাত উঠিলে
তুল্‌ তুলে নিলে
পৰিলগৈ দোচেকৰ ঘৰত।

দোচেকৰ বগৰিত
তুল তুল বান্ধি
সোমাল গৈ দোচেকৰ মহল॥

দোচ দোচ বুলি
দোচেকক মাতে
তেওঁ দোচে নলগায় মাত।

দোচেকৰ পিতেকে
কলেহি তাৰৈ
ববাজীৰ ভাৰী বেমাৰ।

দোচ্‌ দোচ বুলি
দোচেকক মাতে
তেও দোচে নলগায় মাত।

দোচেকৰ পিতেকে
কলেহি তাৰৈ
দোচেকৰ মৰত মিলিল॥

হায় ৰে ভায়া
তুমি চলিলা
আমাক চুপিলা কাৰ হাত।



হায় ৰে ভায়া
ৰছুলৰ নাতি
ময়তক (মোৰদাক ?) নথবা ৰাখি।

তাবুতৰ (তাবিজৰ ?) ওপৰ
দফন কবৰ
বিহিস্তে নিলে জিব্রীল॥

কান্দিব ধৰিলে
দোচেকৰ পুতেকে
তাৰৈৰে মুখলৈ চাই।

চাৰবানৰ চুলি
কাৰবালাৰ ধুলি
মিহলি কৈলে খোদায়॥

কান্দিব ধৰিলে
মদিনাৰ বিবি
মোৰ চৈয়দ ৰণলৈ যায়।

সাদিন সাত ৰাতি
মহিম কৰিলে
লগতো ইয়াৰি নাই॥

বিচ্‌মিল্লাহ বুলি
তুল তুলত উঠি
লগালে চাবুকৰ চাট।

আকাশেই গলনে
পাতালেই গল
গলেগৈ সাদিনৰ বাট॥

সাদিন সাত ৰাতি
মহিম কৰিলে
লগতো ইয়াৰি নাই।

সাত দিন সাত ৰাতি
কাফিৰক কাটে
কাৰে বন পাতে খাই।
সাত দিন সাত ৰাতি
কাফিৰক কাটে
কুফৰৰ নমৰিল জধ।
সাত দিন সাত ৰাতি
কুফৰক কাটে
লহুতে ছুল ছুল বাগৰে।
একোতে তৰণি
নেপাই হুছেনে
পৰিল গৈ ফোৰাতৰ মাজ॥

আৰছ—আল্লাৰ আসন। আম্মৈ পাৰা—আম পাৰা, কোৰাণৰ ত্রিশ অধ্যায়ৰ শেষ অধ্যায়। বেদীন—বিধৰ্ম্মী। লেড়াই—যুদ্ধ। তওৱাহ—তহকিক—শপত খোৱা (আলোচ্য প্ৰসঙ্গত)। ওফা—সততা, বিশ্বাস, উপকাৰ। বিচ্‌মিল্লাহ—আল্লাৰ নামত। মুছলমানে যেই কোনো কামত হাত দিয়াৰ আগতে বিচ্‌মিল্লাহ বুলি আৰম্ভ কৰে।

মৰত—মৃত্যু। চুপিলা—সমৰ্পণ কৰিলা। দফন—সমাধিস্থ কৰা। জীব্রীল—দেৱদূত বিশেষ ( Gabrial )। ইয়াৰী—বন্ধু, সহায়। ফোৰাত—ইউফ্রেটিছ নদী। ইয়াৰ পাৰতে কাৰবালাৰ ৰণ হৈছিল। তাবুত—মৰা শ নিয়া চাঙ্গি।



## জাৰী বা বিননি

ঘোষা—হায় হায় চোভানাল্লা
জান দিও কাৰবালা
সাতো হেজাৰ নূৰে
জাৰী কৰে।

ৰণেৰে গৈলা সঙ্গেৰে হুছেন
হায় হায় ফিৰিয়া নাহিল ঘৰে।
আছে কোৰাণ কিতাপ
পঢ়োতা নাই বাব
দেখিলে আগুন জ্বলে॥
আছে বাবাৰ ছুল ছুল
চাৱাৰী নাই বাবা
দেখিলে আগুন জ্বলে॥
আছে জামা টুপী
পিন্ধোতা নাই বাবা
দেখিলে আগুন জ্বলে॥
আছে তেগে—ঢালে
খেলোতা নাই বাবা
দেখিলে আগুন জ্বলে।
আছে খৰম জোৰা
পিন্ধোতা নাই বাবা
দেখিলে আগুন জ্বলে॥

জাৰী—বিননি, কান্দোন—বিশেষকৈ মৃতকৰ কাৰণে।

## হুছেনৰ বিচ্ছেদত বিননি

ঘোষা—কিনো বাবাৰ কিনো হাল,
চম্পা ফুল যেন দুই গাল
লহুত মিহলি হ'ল
হায় হায়ৰে।

তুল তুল আহে ফিৰি
চাৰবান যায় আগবাঢ়ি
কোৱা তুল তুল চৈয়দৰ খবৰ
হায় হায়ৰে।

মাতিব নেজানে তুল্ তুল
জমিনত মাৰিছে মূৰ
কপালত লহুৰ নিচান
হায় হায়ৰে॥

তুমি যে আহিলা তুল্তুল
চাহেবক চাৰিলা ক'ত
মোৰ চৈয়দ কতে হেৰাল।

হায় তোমাৰ পুতাই
অতি বাঘৰাই
খেদি গৈ ললেগৈ ৰণ।

তুমি যে আহিলা জামা
মোৰ চাহেব এৰিলা ক'ত
মোৰ চৈয়দ কতে হেৰাল।

তুমি যে আহিলা পাগ
মোৰ চাহেব এৰিলা ক'ত
মোৰ চৈয়দ ক'তে হেৰাল।



হায় তোমাৰ পুতাই
অতি বাঘৰাই
খেদি গৈ ললেগৈ ৰণ॥

কত থাকিম কলৈ যাম
ক'ত গলে দেখা পাম
এথানি সাগৰৰ মাজে
হায়ৰে হায়।

ঘোষা—ৰৈ বান্নু, চৈ তৰা
চৈয়দক মাৰিয়া।

তুলতুল খালি হ'ল বান্নু চৈয়দক মাৰিয়া।
কোৰাণ খালি হ'ল বান্নু চৈয়দক মাৰিয়া॥
জোল্ফোক্কাৰ খালি হ'ল বান্নু চৈয়দক মাৰিয়া।
খৰম খালি হল বান্নু চৈয়দক মাৰিয়া॥
মচুলা খালি হল বান্নু চৈয়দক মাৰিয়া।
পাগুৰি খালি হল বান্নু চৈয়দক মাৰিয়া॥
খঞ্জৰ খালি হল বান্নু চৈয়দক মাৰিয়া।
ছমছেৰ খালি হল বান্নু চৈয়দক মাৰিয়া॥
বন্দুক খালি হল বান্নু চৈয়দক মাৰিয়া।
তুনিয়াৰ চেৰাগ নুমাল বান্নু চৈয়দক মাৰিয়া॥

লহু—তেজ।
মচুলা—নামাজ পঢ়া আসন। খঞ্জৰ—তৰোৱাল বা যুদ্ধাস্ত্র বিশেষ।
ছমছেৰ—তৰোৱাল। চেৰাগ—চাকি।

# পৰিশিষ্ট (১)

## পীড়ি চিল্‌চিলা

### শ'ৰাগুৰীয়া দেৱানসকলৰ গুৰুসকলৰ নামাৱলী

১। হজৰত মোহাম্মদ ( দঃ )
২। হজৰত আলী কৰ্মল্লাহু ৱজহু।
৩। ,, খাজা হাচান বছৰী।
৪। ,, ,, আবদুল ৱাহিদ বিন্ জইদ।
৫। ,, ,, আজমালুদ্দিন ফুজেইল বিন্ আইয়াজ।
৬। ,, ,, ইব্ৰাহীম আদহম বলখী।
৭। ,, ,, আবু হোজেইফা মৰ্‌আচী।
৮। ,, ,, আমীনুদ্দিন আবু হোৱেইৰা।
৯। ,, ,, মুমছাদ উলৱু দীনুৰী।
১০। ,, ,, আবু ইছহাক ছামী।
১১। ,, ,, আবু আহমদ আবদাল চিস্তী।
১২। ,, ,, মোহম্মদ চিস্তী।
১৩। ,, ,, আবু ইউচুফ চিস্তী।
১৪। ,, ,, মউদুদ চিস্তী।
১৫। ,, ,, হাজী ছৰিফ জন্দানী।
১৬। ,, ,, ওচমান হাৰুণী।
১৭। ,, ,, মুইনদ্দিন হাচান চঞ্জৰী চিস্তী।
১৮। ,, ,, কুতুবুদ্দিন বখ্‌তিয়াৰ কাকী।
১৯। ,, ,, ছেখ ফৰীদুদ্দিন গঞ্জেছকৰ্।
২০। ,, ,, নিজামুদ্দিন।
২১। ,, ,, চিৰাজুদ্দিন ওচমানী।
২২। ,, ,, আলাউল হক।
২৩। ,, ,, জালালুদ্দিন বোখাৰী।
২৪। ,, ,, ছেখ চলীম চিস্তী।
২৫। ,, ,, ওমৰ দানিচমন্দ।

২৬। হজৰত খাজা ছেখ নূৰ।
২৭। „ „ হোচামুদ্দিন মানেকপুৰী।
২৮। „ „ নাচেৰুদ্দিন আব্বাচী।
২৯। „ „ খলিলোৰ ৰহমান।
৩০। „ „ আজিজুল মিল্লত।
৩১। „ „ নচৰুদ্দিন চিৰাগে দেহলী।
৩২। „ „ এখ্তিয়াৰুদ্দিন ওমৰ।
৩৩। „ „ হাচান চৰমস্ত চালাৰ ফাৰুকী।
৩৪। „ „ চাহ নিজামুদ্দিন হোদা।
৩৫। „ „ বাবু।
৩৬। „ „ ছে'খ পীবাহ।
৩৭। „ „ চউদ।
৩৮। „ „ চাহ মদহ্।
৩৯। „ „ চাহ মদ্‌বৰমী।
৪০। „ „ চাহ নূৰ।
৪১। „ „ চাহ আছৰফ।
৪২। „ „ চাহ মিলন, চাহ মীৰাণ বা আজান চাহেব।
৪৩। „ „ খোৱাজ আ'বী।
৪৪। „ „ মোহব্বত চাহ।
৪৫। „ „ চাহ ইয়াদুল্লাহ।
৪৬। „ „ চাহ জঙ্গলী আচামী।
৪৭। „ „ বোৰহানুদ্দিন।
৪৮। „ „ নিজামুদ্দিন।
৪৯। „ „ আবদুৰ ৰহমান।
৫০। „ „ ফজলোৰ ৰহমান।
৫১। „ চৈয়দ ফজলোল কৰিম।
৫২। „ চৈয়দ গজনফৰ আলি।

দ্ৰষ্টব্য ঃ—পীড়ি চিলূচিলাত উল্লিখিত ৪৯নং পীড়ৰ পিচৰপৰা এই চিলূচিলাত মুৰিদ কৰোৱা প্ৰায় বন্ধই হৈছে। পিচৰ তিনিজনৰ উল্লেখ বংশধৰ (পুৰুষানুক্ৰমিক) হিচাবেহে কৰা হৈছে।



# পীড়ি চিলূচিলা (২)

## (খোন্দকাৰ পীড়ৰ ঘৰৰ পীড়সকলৰ নাম)

১। হজৰত মোহম্মদ মোস্তফা (দঃ)
২। „ আলী কৰ্ৰমল্লাহ।
৩। „ খাজা হাচান বছৰী।
৪। „ „ আবদুল ৱাহিদ বিন্ জইদ।
৫। „ „ ফুজেইল বিন্ আইয়াজ।
৬। „ „ চোলতান আহমদ বলখা।
৭। „ „ হুজিকা মৰ্‌ঈ।
৮। „ „ আবু হোবেইৰা বছৰী।
৯। " „ মুমূছাদ দীনুৰী।
১০। „ „ আবু ইছাহক ছামী।
১১। „ „ নচিৰুদ্দিন আবু আহমদ আৱদাল চিস্তী।
১২। „ „ নচিৰুদ্দিন আবু মোহম্মদ চিস্তী।
১৩। „ „ আবু ইউচুফ।
১৪। „ „ আমদুদ (বা) মৌদুদ চিস্তী।
১৫। „ „ হাজী ছৰিফুদ্দিন জন্দানী।
১৬। „ „ ওচমান হাৰুণী।
১৭। „ „ মুইনদ্দিন হাচান চঞ্জৰী চিস্তী।
১৮। „ „ বখ্তিয়াৰ কাকী।
১৯। „ „ ফৰীদুদ্দিন গঞ্জেছকৰ।
২০। „ „ নিজামুদ্দিন আউলিয়া।
২১। „ „ আখী চিৰাজুদ্দিন।
২২। „ „ আলাউল হক।
২৩। „ „ চাহনূৰ কুতুবুদ্দিন।
২৪। „ „ চাহ হাছামুল হক।
২৫। „ „ মীৰ চৈয়দ আটাওল্লাহ।
২৬। „ „ চৈয়দ ইউচুফ।
২৭। „ „ চৈয়দ আহমদ।

২৮। হজৰত খাজা চৈয়দ খিজিৰ।
২৯। ” ” চৈয়দ মোহাম্মদ।
৩০। ” ” চৈয়দ ছমছুদ্দিন।
৩১। ” ” চৈয়দ চিৰাজুদ্দিন।
৩২। ” ” চৈয়দ চল্‌লম্।
৩৩। ” ” চৈয়দ আহমদ।
৩৪। ” ” চৈয়দ দোৰবে'ছ।
৩৫। ” ” ” কামাল।
৩৬। ” ” ” কুতুবুদ্দিন।
৩৭। ” ” ” হাতিম।
৩৮। ” ” ” ছমছুদ্দিন।
৩৯। ” ” ” খোন্দকাৰ আবদুল গণি।
৪০। ” ” ” চোলেইমান ( বা.) ওচ্‌মান গণি।
৪১। ” ” ” নে'কবখত।
৪২। ” ” ” মোহাম্মদ ৰফিক।
৪৩। ” ” ” মোহম্মদ জান ( বা ) জান মোহম্মদ।
৪৪। ” ” ” জাইজ মোহম্মদ।
৪৫। ” ” ” জওহৰ আলী।
৪৬। ” ” ” দাৰাণ।
৪৭। ” ” ” তবিৰদ্দিন।
৪৮। ” ” ” আবদুল হক।
৪৯। ” ” ” ৰহমত আলি।
৫০। ” ” ” আবদুল মালিক।






শৰাগুৰীয়া দেৱান সকলৰ বংশাৱলী—(২)
হজৰত আউজ জাহান
হজৰত মুইনুদ্দিন চাহ মিলন বা আজান চাহেব
হজৰত কুতুবুদ্দিন
হজৰত বাকিৰ চল্লাৱী
মোহম্মদ ইস্মাইল
মোহম্মদ কাদিৰ
মোহম্মদ ৱলী
মোহম্মদ পিয়াৰ
জান মোহম্মদ
মোহম্মদ আম্বিয়া
মোহম্মদ দয়য়ান
মোহম্মদ চাদেক
ধন্জী মোহাম্মদ
দৰুদ মোহম্মদ ( নগাওঁ )
মীৰ জাহান
গবাই আহ্লা
খোচবুল
মোহম্মদ হচন
মোহম্মদ হুছেইন
নুৰুল হুছেইন
মীৰ হুছেইন
আলি মোত্তকি
মুজিবোল হুছেইন
নকিবোল হুছেইন
মীবোল হুছেইন
মুকিবোল হুছেইন


( ২ ) গ
শৰাগুৰীয়া দেৱানসকলৰ বংশাৱলী (৩)
হজৰত চাহ মিলন, আজান চাহেব
হজৰত খোৱাজ আবী
হজৰত খাজা মোহব্বত ছাহ
হজৰত খাজা ছাহ য়াতুল্লাহ
হজৰত খাজা ছাহ জঙ্গলী আচামী
হজৰত খাজা ছাহ বোৰহানুদ্দিন
হজৰত খাজা ছাহ নিজামুদ্দিন
হজৰত খাজা ছাহ হাজী আবদুৰ ৰহমান ( যোৰহাট )
চৈয়দ ফজলোৰ ৰহমান
চৈয়দ আহচানুল্লাহ
চৈয়দ মোহম্মদ হুছেন
চৈয়দ লুৎফুৰ ৰহমান
চৈয়দ-বদিওজ্জামান
চৈয়দ ফজলোল কেৰিম
চৈয়দ বজলোল কেৰিম
চৈয়দ আটকোৰ ৰহমান
চৈয়দ আন্ৱাৰ ছাহ
চৈয়দ গজনফৰ আলি

## শ'ৰাগুৰীয়া দেৱানৰ বংশাৱলী (৪)




## ২ (ঘ)

## হজৰত খোন্দকাৰ পীড়ৰ বংশাৱলী (১)




হজৰত খোন্দকাৰ পৰীৰ বংশাৱলী (২)
হজৰত চৈয়দ ওচমান গনি
হজৰত মোহম্মদ চুলেইমান
হজৰত চৈয়দ নে'ক বখ্ত্
হজৰত চৈয়দ মোহম্মদ ৰফিক
হজৰত চৈয়দ মোহম্মদ জান বা জান মোহম্মদ
হজৰত চৈয়দ জ'ওহৰ আলি ( নাহৰণী )
হজৰত পীৰাণ
হজৰত দাৰাণ
চৈয়দ তবিৰদ্দিন
চৈয়দ আবদুল হক
চৈয়দ ৰহমত আলি
চৈয়দ আবদুল মালিক
চৈয়দ মেৰাছ হুছেইন
চৈয়দ মোখতাৰ হুছেইন
চৈয়দ আবদুল মতলিব




২ (চ)
কোমলদৈয়া দেৱানসকলৰ ( হজৰত খোন্দকাৰ পীড়ৰ ) বংশাৱলী (৩)
হজৰত মোহম্মদ ওচমান গণি ( খোন্দকাৰ পীড় )
হজৰত মোহম্মদ চুলেইমান
হজৰত চৈয়দ নেকবখত্
হজৰত চৈয়দ মোহম্মদ ৰফিক
হজৰত চৈয়দ জান মোহম্মদ
হজৰত চৈয়দ জওহৰ আলি ( নাহৰণী )
হজৰত চৈয়দ পীৰাণ চাহেব
হজৰত চৈয়দ খতিৰ মোহম্মদ
চৈয়দ আবদুল জাব্বাৰ
চৈয়দ আবদুচ চাত্তাৰ
চৈয়দ আবদুল গণি
চৈয়দ আবদুল মজিদ
চৈয়দ আবু
চৈয়দ শৰিফুল হুছেইন

## পৰিশিষ্ট (৩)

আজান চাহেৱৰ ককাকৰ নাম হজৰত চাহ নূৰ, আৰু পিতাকৰ নাম চাহ আচৰফ আছিল বুলি জনা যায়। কিন্তু এখন বংশাৱলী মতে তেখেতৰ পিতাকৰ নাম হজৰত আউজ জাহান, আৰু তেখেতৰ নিজৰ নাম হজৰত মুইহুদ্দিন আছিল বুলিও পোৱা গৈছে। কোনো কোনোৰ মতে আজান চাহেৱৰ পুতেক তিনিজন আছিল—খোৱাজ আবী, চাহ মীৰ কাচীম আৰু চাহ মাছুম; কিন্তু বংশাৱলী আদিত আৰু এগৰাকী পুতেকৰ নাম আছে—চাহ কুতুবুদ্দিন। এখেতেই নগাওঁ আৰু গুৱাহাটীৰ শ'ৰাগুৰীয়া দেৱানসকলৰ (চাৰ চাদুল্লা, প্ৰিন্সিপাল মুহিবোল্লা আদিৰ) উপৰি পুৰুষ। ১নং বংশাৱলীত বিশদ পৰিচয় আছে। যদি হজৰত মীৰ কাছিমৰ অন্য নাম কুতুবুদ্দিন আছিল (হোৱাৰ কাৰণ অৱশ্যে বিশেষ নাই) তেন্তে পুতেক তিনিজনেই বুলি ধৰিব লগীয়া হয়।

আজান চাহেৱে আহোমৰ উচ্চ বংশৰ এগৰাকী ছোৱালী বিয়া কৰাইছিল বুলি কয়। সমসাময়িক যুগৰ অসম বুৰঞ্জীত মোগলৰ লগত প্ৰীতি সম্প্ৰীতি ৰক্ষাৰ কাৰণে ভালেমান উচ্চ বিষয়াৰ ছোৱালীকো মোগল ৰজা বা বিষয়ালৈ বিয়া দিয়াৰ উল্লেখ আছে। (দ্ৰষ্টব্য—কামৰূপৰ বুৰঞ্জী)।

## পৰিশিষ্ট (৪)

আজান চাহেৱৰ জীৱন-কাহিনীৰ লগত ভালেমান লৌকিক-অলৌকিক ঘটনা জড়িত হৈ আছে। জিকিৰবোৰ মুখেমুখে চলি অহাৰ দৰে, তেখেতৰ জীৱন আৰু জীৱনৰ মাহাত্ম্য সম্পৰ্কীয় কাহিনীও চলি আহিছে। সাধকসকলৰ কাৰ্য্যকলাপত সত্য বা কল্পিত মাহাত্ম্য আৰোপ কৰা প্ৰায়ে দেখা যায়। আজান চাহেৱ সম্পৰ্কীয় মাহাত্ম্যৰ কাহিনীত প্ৰায় সকলোৰে একেই আস্থা আৰু বিশ্বাস দেখা যায়।

আজান চাহেৱৰ কাল সম্পৰ্কে নানা আলোচনা কৰা হৈছে। তেখেত ষোড়শ শতিকাৰ মানুহ নহয়। নবী পীৰ আজান চাহেৱৰ ভায়েক বুলি জনা যায়। জিকিৰত আছে :—

"আজানৰ হুভায়ে কোৰাণ পঢ়িছিলে,
সেই ঠাইত দেখিলে বাম।"



নবী চাহেৱক আজান চাহেৱৰ বন্ধু বোলাৰ কি ভিত্তি জনা নেযায়। কিন্তু আজান চাহেৱ চট্টগ্ৰামলৈ বাগ্দাদৰপৰা অহা সম্ভৱ হ'ব পাৰে, কিয়নো চট্টগ্ৰাম বহু পূৰ্ব্বৰেপৰা ভালেমান মুছলমান ৱলী আৰু সাধকৰ বাহৰ আছিল। এতিয়াও বিখ্যাত ৱলী বায়েজীদ বিস্তামীৰ দৰগাহ চট্টগ্ৰাম চহৰৰপৰা ৫ মাইল দূৰতে আছে।

আজান চাহেৱ বাগ্দাদৰ ৰাজকুমাৰ আৰু সম্ভাব্য ৰজা আছিল বোলা উক্তিটোৰ ভিত্তি কি জনা নেযায়। যদি "ওলাল ফকীৰ হৈ বলখৰ বাদছা" (জিকিৰ ৯২) টোৱে আজান চাহেৱৰ বিষয়েই উনুকিয়াইছে বুলি ভৱা হয়, তেন্তে হজৰত ইব্ৰাহিম আদহম্ বলখীৰ কাহিনীৰ লগত মিলি যায়। (দ্ৰষ্টব্য : তজকিৰাতোল আউলীয়া—ফাৰ্চী)। দ্বিতীয়তে চট্টগ্ৰামৰ পৰা নাৱেৰে অহাৰ কাহিনী যদি জিকিৰ নং ৯৫ৰ ওপৰত ভিত্তি কৰি ধৰা হৈছে, তেন্তে সেই জিকিৰৰ বিষয়বস্তু অন্য কোনো ব্যক্তি হয়নে নহয় আলোচনা কৰিবলগীয়া। জীন্দাপীড়ৰ প্ৰায় একে ৰকমৰ কাহিনী বঙ্গদেশৰ মুছলমান কবিৰ ৰচনাতো পোৱা যায়। (সুকুমাৰ সেন—ইচ্‌লামী বাঙ্গালা সাহিত্য আৰু বাঙ্গালা সাহিত্যেৰ ইতিহাস)।

তদুপৰি আজান চাহেৱৰ পীড় চাহ আচ্‌ৰফ বঙ্গতহে আছিল।

## পৰিশিষ্ট (৫)

(খ) চকু কঢ়াবলৈ ৰজাই আজ্ঞা দিয়াত আজান চাহেৱে নিজেই এজোৰ মলাচৰু অনাবলৈ ক'লে, আৰু তেওঁৰ নিজ ইচ্ছা অনুসৰি 'নজৰ সুলকি পৰে।' এই 'নজৰক' খাকত পেলাবলৈ মানা কৰে, কিয়নো তেতিয়া 'মৰিব ৰায়ত লোক পুৰি।' কঢ়া চকু দুটা দিখৌ নৈৰ গুৰিত পেলাই থৈ আহিল। কিন্তু তেতিয়া দিখৌ নৈ উভতি ব'লে আৰু নগৰত বাণ উঠিল, আনকি বাণ পানীত ৰজাৰ হোলোং ঘৰ পৰ্য্যন্ত কাটি হৈ গল। পিচত ৰজাই হাতী বৰুৱাৰ যোগে ফকিৰক শ'ৰাগুৰি চাপৰিত মঠ সজাই দি বন্দী বেটী দি ৰক্ষা পৰিল।

## পৰিশিষ্ট (৬)

(গ) আজান চাহেৱে এজোপা লঠৰা, শুকান শ'ৰাগছৰ তলত সাধনা কৰিছিল। ইয়াৰে প্ৰভাৱত কিছু দিনৰ মূৰত শ'ৰাগছ জোপা জী উঠিল, আৰু নতুন ডালপাত মেলিলে।

## পৰিশিষ্ট (৭)

(ঘ) আজান চাহেবৰ মৃত্যু হ'ল। সোনাই পাৰৰ ঘৰৰপৰা আনি শৰাগুৰি চাপৰিত (?) তেখেতক সমাধিস্থ কৰিলে। কিন্তু তাৰ কেইদিন মান পিচত ওচৰৰে কৈবৰ্ত্ত গাঁৱৰ ধোঁৱাকোৱা নামে এজন কৈৱৰ্ত্ত মানুহে দেখিলে যে এখন ভুৰত আজান চাহেব ভটীয়াই গৈছে। মানুহজন বিস্মিত হৈ আজান চাহেবক সুধিলে, যি গৰাকী আজানক আজি কেইদিনমানৰ আগতে মৰিল বুলি সমাধিস্থ কৰিলে, তেওঁ অন্য কোনোবাহে নেকি? আজান চাহেবে ক'লে "আন কোনো মৰা নাই, ময়েই। কিন্তু মোক লগ পোৱাৰ কথা তুমি আনৰ আগত নকবা।"

কিন্তু ধোঁৱাকোৱাই এই কথা গোপন ৰাখিব নোৱাৰি কৈ দিলে, ফলত তেওঁৰ অকাল মৃত্যু হ'ল।

শৰাগুৰি চাপৰিৰ ওচৰত এখন কৈবৰ্ত্ত গাওঁ এতিয়াও আছে, আৰু ইয়াৰ মানুহে পীড়ৰ দৰ্গাহত এতিয়াও মঙ্গল কামনা কৰি মম আদি দিয়ে।

এনে আৰু দুই চাৰিটা অলৌকিক কাহিনী আজান চাহেবৰ বিষয়ে প্ৰচলিত আছে। আজান চাহেব যে সাধক আছিল, আৰু তেওঁৰ আধ্যাত্মিক শক্তি জনাজাত আছিল তাৰ প্ৰমাণ বুৰঞ্জী লিখকেও দিছে "পাচত তাৰ মাহাত্ম্য ওলালত মাটি মানুহ দি ফকিৰক মাতিছে।"

## পৰিশিষ্ট (৮)

১৬৪০ চন মানৰপৰা গুৱাহাটীত একাদিক্ৰমে কেইবাজানো নবাবে, (তাৰে কেইজনমান চৈয়দ আছিল), শাসন কৰিছিল।

"আহ্লায়াৰ খাঁৰ পাচত নবাব খান্ধাৰি আহিল থানা গুৱাহাটীত ১, তাৰ পাচত ছৈয়দ-হাচান নবাব ১, তাক খেদি মীৰ্জা-হাচান নবাব হ'ল সিও ১ বৎসৰ আছিল ১। তাকো খেদি ছৈয়দ হাচান নবাব হ'ল ১, সিও গুৱাহাটীতে মাৰিল (মৰিল?)। তাতো পাচে ছৈয়দ ফুটক্ নবাব হল, তাকে নাককটা হুচনো বোলে ১। তাৰ পাচে নবাব ছৈয়দ-কুতুপ্ আসিল, সিয়ো ৩ তিনি বৎসৰ ভোগ কৰিলে ১। তাত পাচে ছৈয়দ-চালাহ সিয়ো ২ বৎসৰ খাই মৰিল ১। তাত পাচে মীৰ্জা নাথুলা আহি ৫ বৎসৰ ভোগ কৰিলে। নাথুলায়ে বোলে, আহলায়াৰ খাঁ নবাবৰ কাল পৰ্য্যন্তে আমাক অবধি কৰি



প্ৰীতি সে চলিছে এক বিংশতি বৎসৰ। এখন আমিও সেই ৰূপে থাকিলেহে ভাল।" (কামৰূপৰ বুৰঞ্জী পৃঃ ৪৯।৫০)

চৈয়দ চাহ মিলন এই সকল চৈয়দৰ লগতেই অসমলৈ আহিছিলনে কি? এওঁলোকৰ কেইজনমান অলপ আগতে ১৬৩৫।৩৬ মানত অসমলৈ আহিছিল।

মীৰ্জা নাথুলাৰ কাৰ্য্য-কলাপ আৰু শৰাইঘাটৰ ৰণৰ "Baharistan-e-Ghaibi—Dr. M. I. Borah) ত বিশদ বিবৰণ আছে।

## পৰিশিষ্ট (৯)

১৫৮৪ শকত মীৰ জুম্লা আহোম ৰজাৰ ৰাজধানী গড়গাওঁ সোমালগৈ। "পাচে বঙ্গালেও গৈ চৰগুৱা, চাৰিং, শিলপানী, গড়গ্ৰাম, পৰ্ব্বত এই পাঞ্চ ঠাইত পাঞ্চ আমীৰাক থৈ খানখানা নবাব বাকোবাৰীত ৰহিলগৈ। তাৰপৰা এক উমৰাও বলকুতমত ৰহিলগৈ।...পাচে আচামে বঙ্গালৰ দুই চাৰি লোক যাকে যৈতে পাই, তৈতে কাটে। তথাপি বঙ্গালৰ বল খীণ নহল। তবে শৰাগুৰিৰ পোনে তামুলী দলৈৰ পুতেকক ভঙ্গালে। সেই ভঙ্গে সমস্ত লোক ভঙ্গ হ'ল।" (কামৰূপৰ বুৰঞ্জী পৃঃ ৬৬)

আজান চাহেবৰ জিকিৰত উল্লেখ কৰা 'লেড়াই' এই গড়গাৱঁৰ ৰণেই হোৱা বেচি সম্ভৱ, আজান চাহেব হয়তো প্ৰত্যক্ষদৰ্শী আছিল। গড়গাৱত ৰখা আমীৰ জনৰ নাম কি আছিল উল্লেখ নাই।

## পৰিশিষ্ট (১০)

**বৰ্ত্তমানৰ শৰাগুৰি চাপৰি:—**

বৰ্ত্তমান যি শৰাগুৰি চাপৰিত হজৰত আজান পীড়ৰ দৰগাহ আছে, তালৈ শিৱসাগৰ টাউন আৰু গৌৰীসাগৰৰপৰা যাব পাৰি। কিন্তু দৰ্গাহলৈকে বাট নাই। বাৰিষা যোৱা দুঃসাধ্য, খৰালিহে যাব পাৰি।

উত্তৰে ব্ৰহ্মপুত্ৰ, পশ্চিম আৰু দক্ষিণে দিখৌ, এইখিনিতে দিখৌ ব্ৰহ্মপুত্ৰত পৰিছে। এই সঙ্গমৰ কাষতে পুবফালে এটা পুৰণি গড়ে বেঢ়ি থকা প্ৰায় ১০০ বিঘামান কপিত আৰু ফৰিঙটি মাটি আছে। বাহিৰৰ ডাঙৰ গড়টোৰ ভিতৰত আৰু এটা সৰু গড় আছে। এই গড়টোৱে আবৰি ৰখা মাটিখিনি ওখ। ইয়াৰ

পশ্চিম ফালে ( সৰু গড়টোৰ ভিতৰতে ) এটা ভেটিৰ চিন আছে, মছজিদৰ ভেটি যেন অনুমান হয়। তাৰ অলপ আঁতৰতে এটি কবৰৰ চিন আছে। মছজিদৰ ভেটিৰ পূবফালে ২০।২৫ গজ দূৰত এটা পুখুৰী আছে। মছজিদৰ ভেটিৰ আৰু কিছু পূবলৈ এটা ডাঙৰ আহল বহল আৰু ওখ কবৰ আছে। বৰ্ত্তমান এই কবৰটোৱেই আজান চাহেবৰ কবৰ বুলি সকলোৰে ধাৰণা। ইয়াৰ উপৰি আৰু এটা ডাঙৰ পুখুৰী, ঔগছ, জৰি গছ আৰু শৰা গছ গড়টোৰ ভিতৰত আছে।

মাজে মাজে ভাগিছে যদিও গড়টো বহল আৰু ওখ হৈয়ে আছে। ঠায়ে ঠায়ে ৪।৪½ হাত ওখ, বহলে ৭।৮ হাত। গড়টো মাটিৰ। বৰ্ত্তমান এই কবৰ থকা মাটিখিনি শিৱসাগৰৰ মুছলমান ৰাইজে কিনি লৈছে। প্ৰতি বছৰে খৰালি কালি ইয়াত অসমৰ বিভিন্ন ঠাইৰ মুছলমান হজৰত আজান পীড়ৰ 'উৰুচৰ' কাৰণে সমবেত হয়।

## পৰিশিষ্ট (১১)

**অসমত অন্যান্য পীড়ৰ দৰগাহ ঃ—**

অসমৰ আন এগৰাকী সাধক পীড় হজৰত চৈয়দ ওচমান গনী চাহেবৰ দৰগাহ শিৱসাগৰ মহকুমাতে আছে। তাতো উৰুচ আদি হয়। তেখেতৰ বংশধৰসকল, বিশেষকৈ শিৱসাগৰ টাউন, নাহৰনী গাওঁ আদিত আছে। কোমল দৈত থাকিবলৈ লোৱাৰ কাৰণে এওঁলোকক কোমলদৈয়া দেৱান' বুলি জনা যায়।

বান্দৰ ফকিৰৰ দৰ্গাহো শিৱসাগৰ টাউনৰ ওচৰতে, অৱশ্যে বান্দৰ ফকিৰৰ অন্য নাম কি আছিল জনা নেযায়, আৰু তেখেতৰ কোনোবা বংশধৰ আছেনেকি গম পোৱা নাই।

হাজোত হজৰত গিয়াছুদ্দিন আউলীয়াৰ মাজাৰ আছে, এই পোৱামক্কালৈ বহুত ঠাইৰ মুছলমান জিয়াৰতৰ কাৰণে আহে।

গোৱালপাড়াত বিখ্যাত পাঁচ পীড়ৰ দৰগাহ আছে।

গুৱাহাটীৰ ওচৰৰ জালুকবাৰীত ( বৰ্ত্তমান বিশ্ববিদ্যালয়ৰ ঠাইৰ প্ৰায় দুমাইলৰ ভিতৰত ) হজৰত জালালুদ্দিন তব্‌ৰেজীৰ সমাধি আছে বুলি জনা যায়। কিন্তু হজৰত জালালুদ্দিন তব্‌ৰেজীৰ দৰগাহ বঙ্গৰ পাণ্ডুৱাত আছে



বুলিহে পোৱা যায় ("বঙ্গে ইচ্‌লাম বিস্তাৰ," "বঙ্গে সুফী প্ৰভাৱ"—ডাক্তৰ এনামুল হক, এম, এ, পি, এইচ, ডি ) ; আৰু এখেতৰ মৃত্যুৰ চন ১২২৫ খৃঃ বুলি কোৱা হয়।

যদি জালালুদ্দিন তব্‌ৰেজীৰ দৰ্গাহ বৰ্ত্তমানৰ ঠাইতে ( কামৰূপৰ পাণ্ডু ) হয়, তেন্তে ত্ৰয়োদশ শতিকাৰ আদিতে অসমলৈ মুছলমান সাধকৰ আগমনৰ ইঙ্গিত পোৱা যায়। বৰ্ত্তমান এই মাজাৰত নিয়মিতভাবে জিয়াৰত আদি হয়।

## পৰিশিষ্ট (১২)

"কামৰূপৰ বুৰঞ্জীত" সপ্তদশ শতিকাৰ দুজন মানুহৰ নাম পোৱা যায়। কিন্তু এওঁলোকেই জিকিৰৰ লগত সংশ্লিষ্ট ছেখ ফৰীদ আৰু চান্দ খাঁ বুলি ধৰিবৰ হেতু অতি কম যেন লাগে।

( ক ) ছেখ ফৰীদ ঃ—"পাচে বঙ্গালৰ ছেখ ফৰীদ নবাব, ফটাই মামুদ, এই দুই বড়লিয়াই উজাই খেদি আহিল হৰিকোশক ধৰিবাক প্ৰতি।"···

"খাংলাই চেটিয়াই সোধাত গড় দিলে। সেই গড়ত আহোম ১৪০০০ হেজাৰ লোক দিলে।···বঙ্গালো ছেখ ফৰীদ, হৰিৰাম ৰায়, বৰডেউনিয়াৰ জয়সিংহ কোৱৰ এই তিনি সমুখে যুজে।···যৱন ভগ্ন হল···ছেখ ফৰীদক নাকাটি আনিলে।" এই বৰ্ণনা ১৫৫৭ শকৰ 'ভাদ্ৰ মাস, শনিবাৰে, ২০ দিন যাওঁতে' ( কামৰূপৰ বুৰঞ্জী—পৃঃ ৩০।৩১ )

( খ ) চান্দ খাঁ দেৱান ঃ—"এনে সময়তে ব্যামত খাঁ বঙ্গালে গোপেশ্বৰ ৵৵ৰ ৰূপৰ খুৰী, ৰূপৰ নালেৰে ঠুঙুৰি সোমাই লৈ আহিল। পাচে শত্ৰুসনে বোলে, "৵৵ৰ বস্ত কিয় নিব ?" বঙ্গালে বোলে, "ভোটে দিয়া বস্ত, আসামে যে ৰাখে সিহতে ৰাখিবৰ কি ?"···আমাৰো শত্ৰুসন দুৱৰীয়ায়ে···বঙ্গাল ২৮টা ধৰি বন্দীকৈ থলেনি। তাৰ লগত পহলন কেইটামান পলাই আহি কামৰূপৰ সোধ পোচ কৰিবাক মুৰ কৰি পৰমাই ব্ৰাহ্মক দিছিলে। সি গৈ তাতে কলে ; সিয়ো মীৰ খচলু কানগুই চান্দখাঁ দেৱানেৰে আলচি, আহ্‌লায়াৰ খাঁত ক'লে, "চাহাবে আচামেৰে এখন এক লাখ প্ৰীতিৰ কাৰণ কি ?" ( ঐ পৃঃ ৪৩ )

## পৰিশিষ্ট (১৩)

"আহোমৰ তিৰোতা গ্ৰহণ—যি চুটিয়া, বৰাহী, মৰাণ ঠায়ে ঠায়ে পাই আহিল, লগত অহাবোৰতকৈও তাৰেহে আপাহ হয়। সেই সময়ৰপৰা মানুহ

মিহলি হল তাৰে জীয়টি পুতটি কৰি ; যি হেতু নবাৱ পৰা আহোতে কাৰো তিৰুতা নাই ইঠাইত আহিহে তিৰুতা ললে।" ( বাহঁগৰীয়া বুঢ়া গোহাঁইৰ বুৰঞ্জী, পৃঃ ৯০ )

## পৰিশিষ্ট (১৪)

বৰ্ত্তমান সময়ত শিৱসাগৰ মহকুমাৰ কোঁৱৰপুৰ, জেঙনিকটিয়া, নিতাই পুখুৰী, হাতীকোৰ, ন'আলি আদি, যোৰহাটৰ কাকজান, মুদৈজান, কলীয়নী, চৰাইবাঁহী আদি গাওঁ,

গোলাঘাটৰ নাহৰণী, গোহাইমেৰ, বালিবাট, দেৰগাওঁ, ঢেকিয়াল, মোঁখোৱা, নগাঁৱৰ কলিয়াবৰ, চলচলি জাজৰি, পাথৰি আদি গাওঁ,

উত্তৰ লক্ষীমপুৰৰ শেনচোৱা, মৈদমীয়া, মেৰমুখ আদি গাওঁ,

কামৰূপৰ হাজো, ফকিৰ তোলা, বজাবজাৰ আদি গাওঁ আৰু ( দক্ষিণে ) জালুকবাৰী গাৰি গাওঁ আদিতে জিকিৰ জাৰি গোৱাৰ প্ৰথা মুকলি ভাবে চলি আছে।

নাহৰণী, জাজৰি, কোৱঁৰপুৰ আদিতে নাচেৰে সৈতে জিকিৰ গোৱাৰ প্ৰথা বেচি, আৰু ই বিয়া ভোজ আদিৰ এটা লগৰীয়া উৎসৱ।

## পৰিশিষ্ট (১৫)

### কামৰূপৰ ৭ জন নবাবৰ ভোগ সংখ্যা ঃ

### সাতজন নবাবৰ ভোগ মুঠত ক্ৰমে ১৯ বৎসৰ

| | নবাব হোৱা শক | নাম | ভোগ |
|---|---|---|---|
| ১। | ১৫৬০ শক | আলিয়াৰ খাঁ | ৭ বৎসৰ। |
| ২। | ১৫৬৮ " | নুৰুল্লা | ২ " |
| ৩। | ১৫৭১ " | খাণ্ডাৰী | ২ " |
| ৪। | ১৫৭৩ " | ছৈয়দ হুছেন | ২ " |
| ৫। | ১৫৭৪ " | ছৈয়দ কুতুব | ১ " |
| ৬। | ১৫৭৫ " | ছৈয়দ জালাল | ১ " |
| ৭। | ১৫৭৬ " | নাথুলা | ৪ " |

কামৰূপ বুৰঞ্জী—পৰিশিষ্ট (ক) পৃষ্ঠা—১০৯।



## পুথি-পঞ্জী


ফাৰ্চী ঃ—

১। আলমগীৰ নামা।
২। ৰিচালাতুচ্ ছুহাদা।
৩। নফ্হতুল উন্চ্।
৪। তজকিৰাতোল্ আউলীয়া।
৫। দেৱানে হাফিজ।
৬। মচ্নৱীয়ে ৰুম।
৭। ৰুবাইয়াতে ওমৰ খায়াম।
৮। আৱাৰিফুল্ মাআৰিফ।

ইংৰাজী ঃ—

1. A History of Assam—E. A. Gait-
2. A Literary History of Persia—E. G. Browne.
3. Christian mysticism—Ralph Inge.
4. Saints of Islam—Husain R. Sayani.
5. Mahapurusuiaism—Dimbeswar Neog.

অসমীয়া ঃ—

বেউলা লখীন্দাৰ—সুকবি নাৰায়ণদেৱ।
গুৰু চৰিত—দৈত্যাৰি ঠাকুৰ।
তেৰখনিয়া কৰতি পুথি। } ঢলৰ সত্ৰ।
বৰ বেজালী পুথি। }
কামৰূপৰ বুৰঞ্জী।
পাৎশ্বা বুৰঞ্জী। } বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ, ডাঃ সূৰ্য্যকুমাৰ ভূঞা সম্পাদিত।
ত্ৰিপুৰা বুৰঞ্জী। }
দেওধাই অসম বুৰঞ্জী।
হজৰত আজান পীৰ ১ম আৰু ২য় খণ্ড—মুহিবোল হুছেইন।
প্ৰাচীন অসমীয়া গীত সঙ্কলন—ফনীন্দ্ৰ নাথ বৰুৱা।

বঙলা ঃ—

বাঙ্গালা সাহিত্যেৰ ইতিহাস—ডক্টৰ সুকুমাৰ সেন।
ইস্‌লামি বাংলা সাহিত্য— ঐ
প্রাচীন বাংলা সাহিত্যেৰ ইতিহাস—ডাঃ তমোনাশ চন্দ্র দাসগুপ্ত।
বাউল-ধ্বংস ফতোয়া।
বাংলাৰ ইতিহাস—ৰাখালদাস বন্দ্যোপাধ্যায়।
মনসা বিজয়—বিপ্রদাস।
সত্যনাৰায়ণ পাঁচালী—বিদ্যাপতি।
বঙ্গে ইস্‌লাম বিস্তাৰ—( প্রবন্ধ ) মাসিক মোহাম্মদী
—ডাঃ এনামুল হক।